# গৃহাশ্ৰম

সংগ্ৰাহক—শ্ৰীগোলোক চন্দ্ৰ শৰ্ম্মা।
টেঙাখাট।

প্ৰকাশক—
গ্ৰন্থকাৰ।

প্ৰথম তাঙৰণ।

১৯৫২ চন।



মূল্য—১৲ টকা।

ডিব্ৰুগড়ৰ ভট্টাচাৰ্য্য প্ৰেছত শ্ৰীহৰেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ দ্বাৰা মুদ্ৰিত।

# উচৰ্গা

জননী জন্ম ভূমিশ্চ
স্বৰ্গাদপি গৰিয়সী।

স্বৰ্গতো অধিক জননী আৰু জন্ম ভূমিৰ নামত এই সামান্য গ্ৰন্থখনি সাদৰেৰে অৰ্পণ কৰিলোঁ। যেন আকিঞ্চনৰ সামান্য দান বুলি গ্ৰহণ কৰে।

টেঙাখাট
১৯৫১ চন।

অভাজন সন্তান
শ্ৰীগোলোক চন্দ্ৰ শৰ্ম্মা।

# অৰ্পণ :—

কেইবাখনো কিতাপৰ সহায়লৈ এই কিতাপখনি, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী সকলোৰে উপযোগী কৰি গঢ়িবলৈ যত্নৰ ক্ৰুটী কৰা নাই। পাঠক-পাঠিকাসকলে নিৰ্ঘিণি গ্ৰহণ কৰিলেই অভাজনৰ যত্ন সাৰ্থক হব।

বিনীত—

গ্ৰন্থকাৰ।

---

# ক্ৰুটী স্বীকাৰ

তৰাতৰিকৈ ছপোৱাৰ ফলত ভালেমান ভুল ৰৈ গ'ল। পঢ়ুৱৈ সমাজে যেন এই অনিচ্ছাকৃত ক্ৰুটী মাৰ্জ্জনা কৰে আৰু শুধৰণীখনত এবাৰ চকু ফুৰাই লয়।

বিনীত—

গ্ৰন্থকৰ্ত্তা।

# শুধৰণী

| পৃষ্ঠা | শাৰী | অশুদ্ধ | শুদ্ধ |
|---|---|---|---|
| ১ | ১ | বগা।·বুঃ | বগাবিবুঃ |
| ২ | ৩ | চমুক গ্ৰীলিচেং | [illegible] |
| ৪ | ৩ | দৈব দেবং | দেব দেবং |
| ৭ | ৯ | মানবীয়া সইদেবহি | মাননীয়াগী দেবহি |
| ১২ | ১২ | পাশ্চত্য | পাশ্চাত্য |
| ১৯ | ১৪ | চক্ৰে | ছত্ৰ |

| পৃষ্ঠা | শাৰী | অশুদ্ধ | শুদ্ধ |
|---|---|---|---|
| ২২ | ৩ | ঋজীতৰ্ষী | ঋজোতৰ্ষী |
| ২৭ | ২১ | লেতেঙা | তেলেঙা |
| ২৯ | ১৬ | আমণ | আমম্ন |
| ৩২ | ১১ | ৰৎসৰাদুৰ্জিং | ৰৎসৰাদূৰ্দ্ধং |
| ৩৪ | ১২ | স্থথা | যথা |
| ৩৫ | ৫ | দেশসা | দেশগা |
| ৩৬ | ১৬ | আক্ষ | ও |
| ৩৭ | ১ | উত্তৰ | উত্তম |
| ৩৯ | ৮ | গৃহিন্নাতাং | গৃহিন্ধাতাং |
| ৩৯ | ১১ | স্নাৰ | স্নান |
| ৪০ | ২২ | জেষ্ঠামলা | জেষ্ঠামলা |
| ৪৭ | ১১ | মিষ্ট ম | মিষ্টান্ন |
| ৪৯ | ২০ | সেছে | গেছে |
| ৫৪ | ৬ | স্বত | স্বহা |
| ৫৪ | ১৪ | অপধৰ | অপৰৰ |
| ৫৪ | ১৪ | অবিধেশ | অবিশেষ |
| ৫৪ | ১৭ | পাত্র | গোত্র |
| ৫৮ | ১২ | সগাবৎ | সথাবৎ |
| ৬৩ | ১৭ | গৃহস্তী | গৃহস্থাৰ |
| ৬৪ | ১ | সৈব | চৈব |
| ৬৫ | ২০ | ভাবে | ভবে |
| ৬৭ | ১৬ | ৰক্তাদিবিন্দু | ৰক্তাবিন্দু |
| ৭৭ | ১৯ | আযুকচ | আবুকম্মচ |
| ৭৮ | ২০ | প্রতান্ধা | প্রেতাত্মা |
| ৭৯ | ১৩ | দেহত্ব | দেবত্ব |
| ৮১ | ১০ | শৰাৰে যপি | শৰীৰে যপি |
| ৮০ | ৯ | পূণান্য | পুণ্য |
| ৮৩ | ২ | ত ধ্যাৰি | তধ্যাধি |
| ৯৫ | ১০ | মন্তকা | মদুগ্ধা |
| ৯৮ | ৮ | যতন লাগে | যত্ন কৰিব লাগে |

# গৃহাশ্ৰম

ব্ৰহ্মবিষ্ণু মহেশাদি দেৱতা ভূত জাতয়ঃ।
নাশমেবানু ধাবন্তি তস্মাচ্ছ্ৰেয়ঃ সমাচৰেৎ।

ব্ৰহ্মা বিষ্ণু মহেশাদি দেৱতা সকলো বিনাশী। এতেকে আত্মকল্যাণকৰ কাম কৰিবলৈ যত্ন কৰা।

ব্ৰহ্মা বিষ্ণু শিৱ ইন্দ্ৰ আদি দেৱ
যতপ্ৰাণী নিৰন্তৰ।
সবেও বিনাশী জানিবা সম্প্ৰতি
চিন্তা হিত আপোনাৰ॥
আত্মা অবিনাশী অব্যয় অনাদি
ইহাৰ বিনাশ নাই।
অবিদ্যা নাশিযা ভূঞ্জিয়ো মুকুতি
পৰমানন্দ মিলাই॥

নহি জ্ঞানেন সদৃশং পৱিত্ৰমিহ বিদ্যতে।
তৎস্বয়ং যোগ সংসিদ্ধঃ কালেনাত্মনি বিন্দতি॥

জ্ঞানৰ সদৃশ পবিত্ৰ নাই।
কাম কৰিলেহে ইয়াক পাই॥
কৰ্ম্ম সিদ্ধ হলে আত্মাতে পাবা।
কৰ্ম্ম নকৰিলে একো নেপাবা॥
এতেকে কৰ্ম্মক কৰিয়ো ভাই।
জাৱন নকটাবা বৃথা কথাই॥

অজ্ঞান তিমিৰান্ধস্য জ্ঞানাঞ্জন শলাকয়াঃ ।
চক্ষুৰুন্মীলিতং যেন তস্মৈশ্ৰী গুৰবে নমঃ ॥

অজ্ঞান এন্ধাৰত জ্ঞান বন্তি জ্বলাই
বিনাশ তিমিৰ ৰাশি ।
যি গুৰু জনে জ্ঞান অঞ্জনেৰে
দিলে চকু পৰকাশি ॥
সিগুৰু চৰণে ভকতি ৰাখিয়া
নিবন্ধিবো ইটো পদ ।
গৃহাশ্ৰম ধৰ্ম্ম কাৰবো প্ৰচাৰ
লভোক লোকে সম্পদ ॥

চাৰিও আশ্ৰমত কৰি গৃহাশ্ৰম সাৰ ।
চতুৰ্ব্বৰ্গ সিদ্ধিহেতু আশ্ৰম [illegible]
ধৰ্ম্ম, অৰ্থ, কাম মোক্ষ [illegible] ;
এতেকেহে গৃহাশ্ৰম জানা [illegible] ॥

ধৰ্ম্মাৰ্থ কাম সুখ্যানাং দাৰাঃ সংপ্ৰাপ্তি হেতবে ।
ধৰ্ম্ম অৰ্থ কাম দাৰাতে পাই ।
সুপুত্ৰ জন্মিলে মোক্ষ নিশ্চয় ॥
এতেকে বাঞ্ছিলা আনিবা জায়া
তেবেসে তৰিব সংসাৰ মায়া ॥
এতেকে ব্যতিক্ৰম নহিব যদি ।
জানিবাহ পাপ শুভৰ অবধি ।

স্ত্ৰীও চাৰিজাতি পুৰুষও চাৰি।
ইসব লক্ষণ চিনিতে নাৰি ॥
গৃহিণী আমিবা সুন্দৰী চাই।
ইয়াতো কিছু শুভ ফল পাই ॥

## চাৰি জাতি নাৰী যথাঃ—

পদ্মিণী প্ৰথমা নাৰী সৈবোত্তমোত্তমা স্মৃতা।
চিত্ৰিনী শঙ্খিনী চৈব হস্তিনী তদনন্তৰম্ ॥
পদ্মিনী প্ৰথমা নাৰী সবাতো উত্তম।
দ্বিতীয়া চিত্ৰিনী নাৰী নহে অনুত্তম ॥
শঙ্খিনী অধমা নাৰী জানিবা তৃতীয়া।
হস্তিনী অধমাধমা চতুৰ্থে মানিয়া ॥

## চাৰি জাতি পুৰুষ যথাঃ—

চত্বাৰঃ পুৰুষা ব্ৰহ্মন্ নামানিচ যথাক্ৰমং।
মৃগো শশো বৃষশ্চৈব চতুৰ্থস্তুৰগস্তথা ॥
চাৰি জাতি পুৰুষৰ শুনা কহোঁ নাম।
মৃগ, শশ, বৃষ অশ্ব এহি অনুপাম ॥

যত্ৰাকৃতি স্তত্ৰ গুণা ভবন্তি।
মানুহৰ আকৃতি অনুসাৰেই প্ৰায় দোষ-গুণ দেখা যায়।

ধনৰ ঘৰতেহে ৰূপৰ বাস।
ৰূপৱতী চাই গৃহিণী ৰাখা ॥
গুণৱতী হলেহে ৰতিক পাবা।
তেবেসে সুখেৰে দিন নিয়াবা ॥

ইন্দ্ৰিয় সেৱাকে ৰতি নোবোলে।
কহিলোঁ বিবৰি চাহিয়া ভালে।

অপৃচ্ছৎ স মহামুনি দৈৱ দেৱং মহেশ্বৰম্।
অনুগ্ৰহায় বদতাং কিন্নাম ৰতি কথ্যতে॥

সোধে মহেশত কক্ষ মুনি।
কি অৰ্থ ৰতিৰ কৈয়ো আপুনি॥
ৰতিৰ অৰ্থ মহেশে কৈলা।
শুনি কক্ষ মুনি আনন্দ পাইলা॥

আনন্দাৎ জায়তে বিশ্বং সএব ৰতি কথ্যতে।
স্ত্ৰীপুংসোঃ শৃনু বিপেন্দ্ৰ মনসো মেলনং ৰতি॥

আনন্দতে জগৎ হৈছে সৃষ্টি।
বিমল আনন্দকে বোলয় ৰতি॥

বিমল আনন্দৰ দ্বাৰাই হে এই বিশ্ব জগত সৃষ্টি হৈছে। এই আনন্দৰ পূৰ্ণ সেৱাকেহে ৰতি বুলিব পাৰি। কেৱল ইন্দ্ৰিয় সেৱাৰ দ্বাৰা বংশ বৃদ্ধি কৰি সংসাৰৰ মায়া মৰীচিকাত উটি বুৰি হাবাথুৰি খাই হঁ, ধন হাঁ পুত্ৰ কাৰ স্ত্ৰী সংসৰ্গত থকাকেই ৰতি নোবোলে। ৰতিৰ পৰিবৰ্ত্তে বহুক্ষেত্ৰত বিৰক্তি-হেই হে দেখিবলৈ পোৱা যায়। কজেই ৰতি ইন্দ্ৰিয় সেৱা নহয়,—প্ৰকৃত অন্তৰৰ মিলনৰ পৰা জন্ম হোৱা বিমল আনন্দ।

যত্ৰ নাস্তি ৰতিৰ্দ্দৈৱ তত্ৰ কিং সুখমস্তিবৈ।
পণ্ডিতৈঃ কথ্যতে বংস শবসঙ্গম এবতৎ॥

যি স্ত্ৰীত নাই প্ৰকৃত ৰতি।
তাত কি পুৰুষে সুখ পাৱন্তি॥
সুবুজে পুৰুষৰ অভিপ্ৰায়।
শৱৰ সঙ্গম বুলি পণ্ডিতে কয়॥

যি স্ত্ৰীপুৰুষৰ প্ৰকৃত অন্তৰৰ মিল নাই তেনে মিলনক মৰাশৰ সঙ্গম সুবুলি কি বুলিব পাৰি? এতেকে যাতে স্ত্ৰী পুৰুষ উভয়ৰে মনৰ মিল থাকে তাৰ প্ৰতি সদায় সতৰ্ক আৰু যত্নবান হোৱা উচিত। কিন্তু প্ৰকৃতি ভেদে স্ত্ৰীপুৰুষৰ দৈহিক জন্ম হোৱা বাবে উভয়ৰে প্ৰকৃতিও একে নহয়। গতিকে সততে মিলি থকাও সহজ নহয়।

প্ৰকৃতিং পুৰুষঞ্চৈৱ বিদ্ধ্যনাদী উভাবপি।
বিকাৰাংশ্চ গুণাংশ্চৈব বিদ্ধি প্ৰকৃতি সম্ভৱান্।

পুৰুষ প্ৰকৃতি উভয়ে অনাদি
বুলিয়া জানিয়ো ভাই।
সুখ দুঃখ আদি ইন্দ্ৰিয় বিকাৰ
প্ৰকৃতিতে উপজয়॥

সত্ব ৰজতম ত্ৰিগুণা প্ৰকৃতি
দেহীৰ দেহাতে থাকে।
শুদ্ধ সত্ব গুণে মিলাৱে আনন্দ
তা'কহে আমাক লাগে॥

আত্মবৎ মন্যতে জগৎ।

স্বীয় প্ৰকৃতিৰ বশীভূত হৈ মানুহে সুখ-দুঃখ ভুঞ্জে। অজ্ঞ ভাবে মোৰ স্বভাৱৰ দৰেই আনৰ স্বভাৱো কিয় নহব; মই যি ভাল পাওঁ সিয়ো কিয় তাকেই ভাল নেপাব, ইয়াকে ভাবিয়েই দিবা ৰাতি এবংবিধ দুশ্চিন্তাৰ জন্য সুখৰ পৰত স্ব স্বভাৱৰ দোষতেই নানান প্ৰকাৰ অশান্তি ভোগ কৰে।

**ঘোষাঃ—**

প্ৰকৃতি আশ্ৰয়ী আদি বৃক্ষ গোট
সুখ দুঃখ দুই ফল।
উৰ্দ্ধ মূল শিৰ অধোভাগে শাখা
শিকায়ে ইন্দ্ৰিয় বল॥

উদ্ধৰেদাত্মনাত্মানং নাত্মানমৱ সাদয়েৎ।
আত্মৈব হ্যাত্মনো বন্ধুৰাত্মৈব ৰিপুৰাত্মনঃ॥

বুদ্ধিমান নৰে আপোনো উদ্ধাৰে
ইপুনু সংসাৰ হন্তে।
আপোন নাশন নকৰে কদাপি
নমৰে জানা জীৱন্তে॥
আপোনাৰ শত্ৰু, জানিবা আপুনি
আপুনি আপোন বন্ধু।
আপোন বুদ্ধিক সম্বন্ধ কৰিয়া
পাৰ হৱে ভৱ সিন্ধু॥

ফকৰাঃ—

[illegible] উপজৈল [illegible]

[illegible] বৃক্ষ উপজে জগতক জুৰি।

এই বিশ্বৰ সুখ আৰু দুখ দুটা ফুটি হবে। আন বৃক্ষবদাৰে [illegible] ফুটি নাই [illegible] বৃক্ষৰ সুখ ফুটি ধৰিব পাৰে তাৰ উপায় কৰাকেই আনন্দ বা [illegible] বোলে। স্ত্রী পুৰুষ উভয়ৰ মিল নেথাকিলে এই আনন্দ বা সুখ নহয়। সেই হেতুকে প্ৰথমতে নাৰী লক্ষণকে এই পুস্তকত প্ৰথম স্থান দিয়া হ'ল।

প্ৰকৃতি ৰূপিনী নাৰী ৰমণী প্ৰধানং জগৎ।
তস্মান্নাৰী সৰ্ব্বশ্ৰেষ্ঠা মাননীয়া সদৈবহি।
তস্মাদাদৌ মহাভাগ কীৰ্ত্তিতং নাৰীলক্ষণং॥

নাৰী প্ৰকৃতি স্বৰূপা আৰু জগতত প্ৰধানা, সেই হেতুকে নাৰী সৰ্ব্বশ্ৰেষ্ঠা আৰু মাননীয়া। জগতত নাৰীক অবমাননা কৰা লোক অতি বিৰল, সেই বাবে প্ৰথমে নাৰীলক্ষণকে আগতে কোৱা হ'ল।

নিখিল জগতৰ জন্মদাত্ৰী নাৰী; যদি এই নাৰীয়েই বিবাহৰ অনুপযুক্তা হয়, তেন্তে পৰবৰ্ত্তী বংশ ক্ৰমাৎ অযোগ্য হোৱাত কি সন্দেহ আছে? বংশজ সন্তানে মাকৰ পৰাই স্বীয় প্ৰকৃতিৰ অনুকৰণ কৰে। প্ৰায়েই আকৃতি আৰু প্ৰকৃতি মাতৃৰ অনুৰূপ হয়।

দিতি ও অদিতি কশ্যপ জায়া।
তাতেই দুয়োৰো প্ৰভেদ চোৱা॥
দিতিত উৎপত্তি দানৱ দল।
অদিতিৰ সন্তান দেৱতা হ'ল॥

ইয়াৰ দ্বাৰাও মাতৃৰ স্বভাৱৰ অনুৰূপে সন্তানৰ স্বভাৱও হয় বুলিব পাৰি। বিশ্বশ্ৰবা ব্ৰাহ্মণ, নিকষা ৰাক্ষসী আছিল গতিকে ৰাৱণ, কুম্ভকৰ্ণ আদিৰ স্বভাৱও মাকৰ স্বভাৱৰ দৰেইহে হ'ল।

নৰাণাং মাতুলঃ ক্ৰমঃ।

বংশজ সন্তান বিলাকে প্ৰায়েই মাতুল বংশৰ আকৃতি প্ৰকৃতি অনুসৰণ কৰে। অৱশ্য সকলো ক্ষেত্ৰতে তেনে নহলেও প্ৰায়েই হয়।

পুৰুষঃ প্ৰকৃতিস্থোহি ভূঙ্‌ক্তে প্ৰকৃতিজান্ গুণান্।
কাৰণং গুণসঙ্গোহস্য সদ সদ্ যোনি জন্মসু॥

পুৰুষৰ শৰীৰত আদিৰে পৰাই প্ৰকৃতিৰ গুণসকল আছে; এই নিমিত্তেই প্ৰকৃতিজাত গুণ সুখ দুঃখ ভোগ কৰে; কিন্তু সৎ আৰু অসৎ যোনিত জন্ম হোৱাৰ কাৰণ হৈছে ইন্দ্ৰিয় সকলেই প্ৰধান।

ঘোষাঃ— সন্তৰ সঙ্গতসুবাসনা
সুখে পুৰুষক পাৱে জানা
পাৱে দুৰ্ব্বাসনা সন্তৰ মন কোপত।

সদ্ গুৰু আৰু সন্তৰ সঙ্গত থাকিলেও, স্বীয় স্বভাৱ নিৰ্ম্মল হোৱাত কোনো বিচিত্ৰতা নাই। এই বাবেই সদায় সাধুৰ সঙ্গত থাকি সদালাপৰ দ্বাৰা স্বীয় স্বভাৱ শুদ্ধ কৰি বিমল আনন্দ ভোগ কৰিবলৈ যত্ন কৰিব লাগে।

**চাণক্যঃ**—উন্মাদোমাতৃদোষেচ পিতৃদোষেচ মূৰ্খতা।
অদাতা বংশদোষেচ কৰ্ম্মদোষে দৰিদ্ৰতা॥

মাকৰ দোষত সন্তান উন্মাদ হয় পিতৃৰ দোষত মূৰ্খ হয়, বংশৰ দোষত অদাতা হয়, কৰ্ম্মৰ দোষত দৰিদ্ৰ হয়। সন্তান গৰ্ভস্থ থকা সময়ত মাকৰ মন প্ৰফুল্ল আৰু পবিত্ৰ নেথাকিলে সন্তানৰ গাত অনেক দোষ ঘটে। তদুপৰিও সন্তান গৰ্ভস্থ থকা অৱস্থাতো মাতৃৰ মন প্ৰফুল্ল আৰু পবিত্ৰ থকা উচিত। কিয়নো গৰ্ভস্থ সন্তানৰ পাঁচ মাহতে কাণ, চকু, নাক, মুখ আদি প্ৰকাশ পায় আৰু পূৰ্ব্ব জন্মৰ সকলো কথাই স্মৰণ থাকে আৰু গৰ্ভতে মাতৃৰ কাণে শুণা কথাও স্মৰণ কৰিব পাৰে।

**কীৰ্ত্তনঃ**— ভক্তিৰ লক্ষণ সবে কহিলা।
গৰ্ভতে মোক উপদেশ দিলা॥

প্ৰহ্লাদে মাকৰ গৰ্ভত থাকিও ভক্তিৰ উপদেশ বিলাক মাকৰ কাণেৰে শুনিছিল। মহাভাৰতত অভিমন্যুৱেও মাকৰ গৰ্ভতে চক্ৰবেহুত সোমাবৰ উপায় শিকিছিল। মাকৰ টোপনি অহাবাবে ওলাবৰ উপায় নেজানিলে। কিয়নো মাতৃৰ নিদ্ৰাই সন্তানৰ নিদ্ৰা, মাতৃৰ খাদ্যই সন্তানৰ খাদ্য।

জনন্যা নাভিদেশেতু মুখং দত্বা পিবত্যসৌ।
ততোজীবতি গৰ্ভেহসৌ হ্যন্যথা মৰণং ভবেৎ॥

গৰ্ভস্থ সন্তানে জননীৰ নাভীত মুখ দি আহাৰ কৰে তাকে কৰিব নোৱাৰিলেই মৃত্যু। গৰ্ভৱতী তিৰোতাৰ ৰস বোৰ্ৱতী

নাড়ীৰে সৈতে গৰ্ভত থকা সন্তানৰ নাড়ী লগলাগি থাকে, এই কাৰণে গৰ্ভীনীয়ে খোৱা বস্তুৰে সন্তান পোহ গৈ থাকে। গৰ্ভীনীৰ উশাহ লোৱা, চলাফুৰা কৰা আৰু টোপনি বা জাগি থকা দৰে গৰ্ভত থকা সন্তানৰো খোৱা শোৱা কাৰ্য্য হয়। গৰ্ভত থকা সন্তানে বায়ু, মূত্ৰ আৰু মল ত্যাগ নকৰে। জৰায়ুৰ মুখ জাপ খৈ থকাৰ বাবে আৰু সন্তানৰ ডিঙ্গিত কফেৰে ঢাকি থকা কাৰণে গৰ্ভৰ শিশুৱে কান্দিবও নোৱাৰে।

পূৰ্ব্বজন্মৰ সুকৃত বা দুষ্কৃত কৰ্ম্মৰ দ্বাৰাই জীৱই সৎ কিম্বা অসৎ যোনিত জন্ম গ্ৰহণ কৰে।

দেহে বিনষ্টে তৎকৰ্ম্ম পুনৰ্দ্দেহে প্ৰলভ্যতে।
যথা ধেনু সহস্ৰেষু বৎসো বিন্দতি মাতৰং ॥
তথা শুভাশুভং কৰ্ম্ম কৰ্ত্তাৰ মনু গচ্ছতি।
প্ৰাক্তনং বলবৎ কৰ্ম্ম কোহন্যথাতৎ কৰিষ্যতি ॥

দেহ বিনষ্ট হলেও শুভা শুভ কৰ্ম্ম ফলবিলাক অনুষ্ঠাতাৰ অনুগমন কৰে, যেনেকৈ হেজাৰ গাইৰ মাজত থাকিলেও পোৱালিয়ে নিজৰ মাকৰ কাষ চাপে; অৰ্থাৎ বলবান প্ৰাক্তনক (ভাগ্যক) অন্যথা কৰিবৰ ক্ষমতা নাই।

**কীৰ্ত্তন ঃ—** অসুৰ যোনিক যাহা দুই।

নকৰিবা মনে কিছু ভয়।

জয়-বিজয়ে বৈকুণ্ঠত থাকিয়ো অসৎ কৰ্ম্ম কৰাৰ বাবে অসুৰ যোনিত জন্ম লয়।

যং যং বাপিস্মৰন্ ভাবং ত্যজত্যন্তে কলেবৰম্।
তং তমেবৈতি কৌন্তেয় সদা তদ্ভাব ভাবিতঃ ॥

[illegible] হয় সি কই
[illegible]

দিতিৰ গৰ্ভত [illegible] জাত
হিৰণ্যকশিপু নামত খ্যাত।

দিতিৰ গৰ্ভত নজন্মি জয়-বিজয় অদিতিৰ গৰ্ভতো জন্ম লব পাৰিলেহেঁতেন। কিন্তু, সেয়ে হলে অদিতিৰ স্বভাৱ অনুসৰি দেৱতা হ হলহেঁতেন, অসুৰ স্বভাৱ নেপায়, সেইবাবেই জয়-বিজয়ে দিতিৰ গৰ্ভত হে জন্ম লয়। অৰ্থাৎ পূৰ্ব্বকৃত্য কৰ্ম্মফল অনুসাৰেহে জন্ম হব পাৰিব।

মাতা কাৰ্য্যং পিতাকৰ্ম্ম কৰ্ম্মৈব পৰমো গুৰুঃ।

পিতা-মাতাও নিজ নিজ কৰ্ম্ম ফল স্বৰূপ। সদ্‌কৰ্ম্ম কৰিলে সদ্‌পিতামাতা ব সদ্‌যোনিত জন্ম ধৰিব পাৰিব, অসৎ কৰ্ম্মৰ দ্বাৰা অসৎ যোনিত জন্ম হয়।

এই ক্ষেত্ৰতো মাতৃৰ স্বভাৱৰ পৰাই সন্তানৰ স্বভাৱও গঠিত হোৱাকেই প্ৰমাণ পাওঁ। সেইবাবেই আধুনিক জগতে সুন্দৰী আৰু শিক্ষিতা কন্যাকেহে বিবাহৰ প্ৰশস্তা বুলি স্বীকাৰ কৰে। নতুবা সন্তান জন্মোৱাই বিবাহৰ উদ্দেশ্য হোৱাহলে বৰ্ত্তমান জন্মাধিক্যলৈ চাই বিবাহৰ অনুপযুক্তা তিৰী নাই বুলিলেও বৰাই কৰা নহব। কিন্তু উপযুক্তা মাতৃৰ অভাৱত অনুপযুক্ত সন্তান জন্মি জাতি আৰু দেশৰ মান হে লাঘৱ কৰিছে।

মূৰ্খপুত্ৰ জন্মে যদি এশ বা হেজাৰ;
সিহঁতৰ পৰা নাই একো উপকাৰ।

এই বাবেই পাশ্চাত্য জগতে স্ত্ৰী শিক্ষাৰ প্ৰতি বেচি মনোযোগ দিয়া দেখা যায়। কাৰণ মাক শিক্ষিতা নহলে সন্তান শিক্ষিত নহয় বুলিয়েই এই ব্যৱস্থা কৰা হৈছে বুলি অনুমান হয়। সন্তানৰ ওপৰত বাপেকতকৈ মাকৰ প্ৰভাৱ বেচি। মাকে প্ৰায় গোটেই দিনটোকে সন্তানৰ লগত থাকিবলৈ পায়; বাপেকে সেইদৰে নেপায় সেই গতিকেই সন্তানে মাকৰ সকলো অনুকৰণ কৰিবলৈ সুবিধা পায়। কিন্তু শিক্ষা বুলিলে কেৱল আখৰ পঢ়াকেই প্ৰকৃত শিক্ষা নকয়। কিয়নো যি শিক্ষাই মানুহক স্বাৱলম্বী কৰিব নোৱাৰে সেই শিক্ষাক শিক্ষা নোবোলে। আমাৰ দেশত প্ৰচলিত পাশ্চত্য শিক্ষাত এইফেৰা দোষ সম্পূৰ্ণ আছে। বাবেই আমাৰ দেশত প্ৰচলিত পাশ্চাত্য শিক্ষাক গোলামী শিক্ষাহে বুলিব পাৰি। সুধীসকলে শিক্ষিতা কন্যা বিচাৰোতে যেন ভুল নহয়, তাৰ প্ৰতি সদায় লক্ষ্য ৰখা উচিত।

স্ত্ৰীয়াশ্চৰিত্ৰং পুৰুষস্য ভাগ্যম্।
দেৱা ন জানন্তি কুতো মনুষ্যাঃ॥

স্ত্ৰীৰ চৰিত্ৰ পুৰুষৰ ভাগ্য
নেজানে ত্ৰিদশ দেৱে।
পচা শৰীৰত কেতিয়া কি হয়
কৰও নোৱাৰে কেৱে॥

সামুদ্ৰিকৰ মতে লক্ষণ চাই নায়িকা স্থিৰ কৰা বৰ কঠিন; পণ্ডিতে ডাকৰ বচনকে এই পুস্তকত প্ৰথম স্থান দিয়া হল।

# গৃহিণী বিচাৰ।

ডাকঃ—

কাক টেণ্টনক ভাঙিলে কুণি।
পুৰুষক ভাঙিলে স্ত্ৰী সমূলি॥
মাটি লবা মাজ খাল।
ছোৱালী আনিবা জাত ভাল।
টিক্ বলধা ওলাই মাটি।
মাক ভালেহে জীয়েক জাতি॥
মধুৰ বচন বোলে সদাই।
স্বামীৰ বচন কিছু নেপেলাই॥
সৰু সূতা কাটে ৰান্ধে মিষ্ট।
সেই গৃহিণী সবাতো ইষ্ট॥
শুদ্ধ স্বভাৱ শুদ্ধবংশে উৎপত্তি।
পতিপদ বিনে আনত নাই ৰতি।
শাহুত সুধি কৰে আয় ব্যয়।
সেই তিৰীক সদা লক্ষ্মী নেৰয়॥
গুৰুপদ সেৱে অতিথি পূজে।
চিৰকাল সি নাৰী সুখক ভুঞ্জে॥
কড়াকড়া কৰি সাঁচিব ধন।
ৰাখিব বিশ্বাসে কৰি যতন॥
সৰু সূতা কাটে বয় তাত।
ওচৰ চুবুৰীয়াই নুশুনে মাত॥

সনসব দাঁত মধুৰ মাত।
গৃহত বাঁতি লগাই সদা [illegible]॥
ৰন্ধন কালত নেমেলে চুলি
ডাকে বোলে সেই গৃহিণী ভালি॥
যি নাৰী প্ৰভাতে নিদ্ৰাক যাই।
যাৰ শয্যাতে সূৰ্য্যো দেখয়।
উদয় কালত নিলিপে ঘৰ।
ডাকে বোলে তাইক চাৰিয়ো নৰ॥
গাইৰ বৰ্জ্জিত ওলাৰ বাছ।
স্ত্ৰীৰ বৰ্জ্জিত ঘনে তোলে হাই॥
গৃহিণী হৈয়া বোলে কটুৰ।
আৱ নেচাই কৰ পাৰ [illegible]।
[illegible]
তাকে ভুৰ্ণি হৈ বোলে গৰিলে।
যি গৃহিণীৰ আউল বাউল কেশ।
কন্দল কৰে বিপৰীত বেশ।
খাই অলপ পেলাই প্ৰচুৰ।
ডাকে বোলে তাইক নাৰিব দূৰ
কন্দল শুনিলে বাহিৰক যায়।
নাচ গীত শুনিলে সত্বৰে ধায়॥
সেই নাৰীৰ সঙ্গে যি কৰে বাস।
তাৰ আৰু কিবা জীৱনৰ আশ॥

ভাল বস্তু পালে আপুনি খাই ।
স্বামীৰ নেজানে অভিপ্ৰায় ॥
উচিত কলে কৰে খণ্ড ।
তাইৰ সঙ্গত নিমিলে ৰঙ্গ ॥
পাতত যি জনী পৰিসে লোণ ।
তাইৰ ঘৰত হৰিব সোণ ॥
এক বোলোতে দুগুণে বোলে ।
স্বামীৰ শয্যাক পাৱেৰে তোলে ॥
ঘুমটিত যিজনী থাকে ঘেণ্ডাই ।
জানিবা সিজনী স্বামাক খাই ॥
ধৰণী কাম্পে পাৱৰ ভৰে ।
কুলক্ষণী নাহি সিজনীত পৰে ॥
কথা কহন্ত তাইৰ হাঁসি ।
ডাকে বোলে তাইক গৃহে নেৰাখি ॥
মানুহ নহলে গাই গীত ।
পৰ পুৰুষত থাকয় চিত ॥
অলঙ্কাৰ লয় মাথে ওৰণি ।
লাসে লাসে যাই সেই ঢলনা ॥
সততে হাঁহি মুখত [illegible] ।
ডাকে বোলে তাইক নথৈব ঘৰ ।
নেকাতে সূতা নবয় তাঁত ।
গোহালি ঘৰত নিদিয় [illegible] ॥

উচিত বুলিলে পাবয় গালি ।
বোলন্ত ডাকে খেদ নিকালি ॥
কপট ভক্তি স্বামীত কৰে ।
পো-জীৰ আগত লাজতে মৰে ॥
সিজনী অসতী জানিবা ভালি ।
আজি নহয় ফল পাইবা কালি ॥
মূৰলৈ বহল ওলমা স্তন ।
সিজনী জানিবা স্বামীৰ যম ।
স্বামীক বঞ্চিয়া ৰাখয় ধন ।
আনক বাদ দিয়া লগাৱে দন্দ ॥
এনুৱা স্ত্ৰীত যাৰ গৃহ বাস ।
তাহাৰ কিবা জীৱনত আশ ॥
টেহ.-বেকা নহল যদি কিহৰ ধৰণী ।
মানুহ অমানুহ নিচিনিলে কিহৰ ঘৰণী ॥

আথৈৰ তপত স্ত্ৰীৰ শপত,
কুকুৰক নোবোলে ছেই ।
কচু পাতৰ পানী কৰে তল বল,
স্ত্ৰীৰ শপত সেই ॥

---

# কুমাৰী লক্ষণ

কৌমাৰ্য্য স্ত্ৰিবিধাঃ সন্তি উত্তমা মধ্যমাধমাঃ।
উত্তমা প্ৰধানা জ্ঞেয়া গ্ৰহণীয়া প্ৰযত্নতঃ॥
উত্তম অধম মধ্যম তিনি বিধ কুমাৰী
আছে জগতত ভাই।
উত্তমা কন্যাকেহে অতি যতনেৰে
বিবাহ কৰিব পায়॥
ৰক্ত পদ্মকৰাযাহি ধৰ্ম্মনিষ্ঠা পৰায়ণা।
পদ্মপত্ৰায়তাক্ষীচ সৈবোত্তমা প্ৰকীৰ্ত্তিতা॥
হাতৰ তলুৱা ভৰিৰ পতুৱা
ৰাঙলী ৰাঙলী যাৰ।
পদুমৰ পাহি যেন চকু দুটি দেখি
সিনাৰী জানিবা সাৰ॥
গজেন্দ্ৰ গমনা যাহি মৰাল গমনা হপি বা।
দশনানি চ ক্ষুদ্ৰানি সৈবোত্তমা প্ৰকীৰ্ত্তিতা॥
গজেন্দ্ৰ গমনী বিম্বা মৰাল গমনী।
মুকুতাৰ পংক্তি দাঁত অতি সুলক্ষনী॥
ধৰ্ম্মে নিষ্ঠা সদা যস্যা নিত্যং ভুঙ্‌ক্তে চ যাদ্বিজ।
মধ্যমাসাহি বিজ্ঞেয়া বতি শাস্ত্ৰে প্ৰকীৰ্ত্তিতা॥

যিনাৰী হইবে সদা ধৰ্ম্মে পৰায়ণ।
আদৰে কৰাৱে সদা বিপ্ৰক ভোজন।
আপোনেও পৰিমিতে ভোজন কৰয়।
বাত শাস্ত্রে সেনাৰীকে মধ্যমা বোলয়॥

নাভি সুগভীৰা যস্যাঃ সৰ্ব্বেষু প্ৰিয়বাদিনী।
সদাচাৰ ৰতাচৈৰ মধ্যমা সা প্ৰকীৰ্ত্তিতা॥

নাভি সুগভীৰা আৰু সুমিষ্ট ভাষিণী।
কাহাৰো সহিত নহে অপ্ৰিয় বাদিণী॥
কদাচিতো নেৰে যিটো জাতিৰ আচাৰ।
জানিবা মধ্যমা সেহি কহিলোঁ হো সাৰ।

স্বল্পকেশী হ্রস্ব কৰ্ণী সদাবৈ বহুভাষিণী।
অধমা সাহি বিজ্ঞেয়া কীৰ্ত্তিতা মুনি পুঙ্গবৈঃ॥

মূৰত যাৰ পাতল চুলি।
যদিও মাতে ৰূপহী বুলি॥
চুলি চুটি দেখি নবয় খোপা।
অধমা সিজনী জানিবা বোপা॥

বিকটোচ্চাতিহাস্যা যা কৰ্কশাঙ্গী স্থুলোদৰী।
কঠিন কৰ পাদা চ অধমা সা স্মৃতা বুধৈঃ॥

ভাঁঁ উচ্চকৰি হাঁহি তোলয়।
সিনাৰী অধমা কৈলোঁ নিশ্চয়॥
নিঃশ শৰীৰ কটুৱা মাত।
নাহি ৰক্ত চিন ভৰি পতাত॥

বিকটা হাঁহি পেট ডাঙৰ ।
সিজনী অধমা জানিবা নৰ ॥

বহুৰোমা বৃত্তাঙ্গীচ পিঙ্গলাক্ষী সুনিশ্চয় ।
অধমাং তাং বিজানীয়াৎ ইতিশাস্ত্র বিদাং মতং ॥

অলোমিকা হয় কিম্বা অধিক লোমিণী ।
পিঙ্গলাক্ষী হলে হয় পতি বিনাশিনী ॥
এনুৱা কন্যাক সদা ত্যজিতে লাগয় ।
অধমা বুলিয়া তাক ৰতিশাস্ত্রে কয় ॥

স্নিগ্ধ সমুন্নত পাদং তাম্রবর্ণ নখানিচ ।
কল্যাণ কাৰিণী সাহি পত্যুঃ পিতৃকুলন্যতু ॥

কোমল উন্নত পদ ৰক্তবর্ণ নখ ।
পিতৃকুল পতিকুলে বঢাৱে পৌৰুষ ॥

চক্রস্বস্তিক শঙ্খাব্জ ধ্বজমীনাভ ছত্রবৎ ।
যস্যা পদতলে ৰেখা সা ভবেৎ ক্ষিতি পাঙ্গনা ॥

শঙ্খ চক্র ধ্বজ পদ্ম মীন চক্র চিন ।
যি নাৰীৰ পদতল হয় দৃশ্যমান ॥
অতি সুলক্ষণা সেহি কহিলো নিশ্চয় ।
ৰাজ তুল্য সুখী জানা তাৰ পতি হয় ॥

বজ্র অব্জ হল চিহ্নং যস্যা পানিতলে ভবেৎ ।
নৃপপত্নী ভবেৎ সা হি সত্যং সত্যং সুনিশ্চিতম্ ॥

বজ্রচিন পদ্মচিন চিন নাঙলৰ।
থাকয় ইৰূপ চিন হাতে যিজনীৰ॥
সিটো ভাগ্যৱতী নাৰী হবে ৰাজৰাণী।
কহিলোঁ স্বৰূপ ইটো সামুদ্রিক বাণী॥

অঙ্গুষ্ঠং চ গতা বৎস তৰ্জ্জনী যদি গচ্ছতি।
কুলটা সা ভবেন্নাৰী ত্যক্তব্যা তেন হেতুনা॥

গমন কালত তৰ্জ্জনী আঙুলি উঠয় অঙ্গুষ্ঠ পৰি।
কুলটা সিনাৰী শুনিয়ো ব্ৰাহ্মণ তাহাঙ্কো দাৰ নকৰি।

যস্যাগমনকালেচ ধৰা কম্পঃ প্রজায়তে।
বিধবা সা ভবেদাশু বিবাহান্তে ন চান্যথা॥

যি নাৰীৰ পদভৰে ধৰণি কম্পয়।
বিবাহৰ পৰে সেই বিধবা হোৱয়॥

বহ্বাশিনী চ যা নাৰী সদালোভ পৰায়ণা।
ত্যক্তব্যা সা ভবেদ্বৎস অযোগ্যা চ ভবেদ ধ্রুবং॥

চকুতও নাটয় পেটতও নাটয়
যতপায় তত খাই।
নিশ্চয় জানিবা সেহি কুলক্ষণী
ঘৰে ৰখা যোগ্য নাই॥

বিবৰ্ণং পাদতলঞ্চ বিশুষ্কং খণ্ডিতং যদি।
ৰুক্ষং সূৰ্পাকাৰং বাপি সা নাৰী দুঃখ ভাগিনী॥

বিবৰ্ণ চৰণ তল শুকান কঠিন
খাইলেক চোতাল পোকে।
কুলাৰ আকাৰ বহল আগলৈ
দুঃখিনী বোলয় তাকে।
ৰোমহীনে শিৰাহীনে জঙ্ঘেচ সৰলে যদি।
সুলক্ষণা ভবেৎ সা হি গ্ৰহণীয়া প্ৰযত্নতঃ॥
কদলী সদৃশ উৰু দেখিতে চিকন।
লেশমাত্ৰো নোম নাই নাই শিৰাগণ॥
সেহি নাৰী সুলক্ষণা কহিলোহো সাৰ।
হেন নাৰী গ্ৰহণীয়া যত্ন-সহকাৰ॥
গমন কালেতু যস্যা ভূমৌ ৰজো চলেদ্ যদি।
কিঙ্কিনী মৃতবৎসাহি হি ত্যক্তব্যা চ সদা বুধৈঃ।
খোজে খোজে যাৰ চৰণৰ ধুলি
আকাশে উঠিয়া যাই।
কুলটা সিজনী জানিবা মনাই
ৰাখিবাৰ যোগ্য নাই
নিঃসন্তানা ভবেৎ সা হি নাৰীতু বিশালোদৰী।
প্ৰলম্ব জঠৰং যস্যা সা ভবেৎপতি ঘাতিণী॥
দীঘল পেটীক জানিবা বাঁজি।
ওলোমা পেটী পতি নাৰাজি॥
পৃষ্ঠস্তু ৰোমযুক্তাংস্যাৎ অথবা মাংস পূৰিতাং।
বিধবা সা ভবেন্নাৰী সত্যং সত্যং নসংশয়ঃ॥

প্ৰিঠিত নোম থকহি মতাক খাই।
মঙ্গহাল হলেও সেই দশাই ॥
ঋজ্বীতন্বী ৰোমাবলী যস্যাঃ সা ভবেৎ সুখ ভাগিনী।
অন্যথা সা ভবেদ্বৎস সদা সা দুঃখ ভাগিনী ॥
শৰীৰৰ নোম যাৰ চুটি ও কোমল।
সেহি নাৰী জানা সুখ ভোগে চিৰকাল ॥
এতে বিপৰীত হৈলে কহিলো আতাই।
সি ও নাৰী চিৰদিন দুঃখক ভুঞ্জয় ॥
প্ৰধানা পুত্ৰৱতী চ সমূচ্চ দক্ষিণ স্তনী।
বামোন্নত কুচা চাপি প্ৰসূতে সুন্দৰীং সুতাং ॥
কিঞ্চিত উন্নত যাৰ স্তন দক্ষিণৰ।
সেহি পুত্ৰৱতী নাৰী কহিলোঁহো সাৰ ॥
বাম স্তন উচ্চ হলে কন্যা প্ৰসবয়।
ইমত লক্ষণ জানা সামুদ্ৰিকে কয় ॥
শ্যামাঞ্চ বৰ্ত্তুলঞ্চাপি যদিস্যাৎ চুচুকদ্বয়ং।
সুলক্ষণা সা ভবেন্নাৰী ইতি সত্যং ন সংশয়ঃ ॥
শ্যাম বৰণীয়া বৰ্ত্তুল আকাৰ,
স্তনৰ যে অগ্ৰভাগ।
নাৰী সুলক্ষণা জানিবা নিশ্চয়
নেৰিবা তাহাৰ লাগ ॥
স্থূলাস্যৌ চকুচৌৰস্যাঃ প্ৰান্তে বিস্তীৰ্ণতা ভবেৎ।
অশুভ কাৰিণী সাহি কীৰ্ত্তিতং শাস্ত্ৰকোবিদৈঃ ॥

গুৰি সৰু আগ শকত যাৰ দুই স্তন ।
মুৰৰ ফালে বহল যদি পতিৰ মৰণ ॥
হৃদয়ং ৰোমশং যস্যাঃ সা ভবেৎ পতি ঘাতিনী ।
বিষমং সুবিশালঞ্চ দুঃখ দৌৰ্ভাগ্য সূচকম্ ॥
হৃদয়ত ৰোমৰাজি আছে যিজনীৰ ।
অশুভ কাৰিণী সেহি জানিবা পতিৰ ॥
বিষম বহল বুকু দুৰ্ভাগ্যৰ চিন ।
চিৰ দিন যাব তাইৰ দুখতেই দিন ॥
কৰ স্থলয়ো নাৰীনাং হ্ৰস্বা বক্ৰাঃ কৃশা যদি ।
অথবা বিচল শৈচব চিৰৰোগস্য সূচকাঃ ॥
হাতৰ আঙুলি জানা যি নাৰীৰ
চুটি বা লেৰেলা বেকা ।
অথবা সেৰেঙা যদিবা হোৱয়
পাইবেক ৰোগৰ সৈকা ॥
উন্নতাক্ষী চ যা নাৰী সা নাৰী চিৰ জীৱিনী ।
বৰ্তুল নয়নে চৈব কুলটা ভবতি ধ্ৰুবং ॥
দুচক্ষু উন্নত যিটো ৰমণীৰ
জীৱে জানা বহুকাল ।
বৰ্তুল নয়না কুলটা জানিবা
ত্যজিয়ো তাক সকাল ॥
কোটৰ নয়না যাহি দুঃশীলা সা ভবেদ্ ধ্ৰুবং ।
গজনেত্ৰা চ যা নাৰী কুলক্ষণা প্ৰকীৰ্ত্তিতা ॥

কোটৰ নয়না দুঃশীলা জানিবা
গজনেত্ৰা কুলক্ষণা ।
ইসব লক্ষণ কহিলোঁ নাৰীৰ
আৰে পুৰুষৰ শুনা ।

শাস্ত্ৰৰ আৰু বহুত লক্ষণৰ বিবৰণ পোৱা যায় যদিয়ো আটাইবোৰ লক্ষণ বিচাৰি স্থিৰ কৰা সহজ নহয়, সেই বাবে প্ৰধান প্ৰধান এই কেইটা লক্ষণকে উল্লেখ কৰা হ'ল ।

## পুৰুষ লক্ষণ

শাস্ত্ৰোক্ত বচন মতে স্ত্ৰী পুৰুষৰ শুভা-শুভ লক্ষণ বিচাৰ কৰিবলৈ হলে পুস্তকৰ আকাৰও ডাঙৰ হয় পঢ়োতাৰও আমনিয়ায়, লগে লগে সকলো লক্ষণ চিনাও কঠিন। গতিকে আৱশ্যকীয় দুই এটা শাস্ত্ৰীয় প্ৰমাণ লিখি ডাকৰ সহজ উপায়কে নিৰ্দ্দিষ্ট কৰা হ'ল ।

পূৰ্ব্বমায়ুঃ পৰীক্ষেত পশ্চাৎ লক্ষণ মেৱচ ।
আয়ুৰ্হীন নৰানাঞ্চ লক্ষণং কিং কৰিষ্যতি ।।

প্ৰথমতে আয়ুৰেখা পৰীক্ষা কৰি চাব লাগে, যাৰ আয়ু-য়েই নাই তাৰ নো লক্ষণে কি কৰিব ।

কনিষ্ঠা মূল পৰ্ব্বয়ো স্তৰ্জ্জনি মূল পৰ্য্যন্ত ।
দৃস্যন্তে যস্য ৰেখয়ো তস্য আয়ু প্ৰকীৰ্ত্তিতা ॥

কেঞা আঙুলিৰ মূল পাবৰ পৰা তৰ্জ্জনি আঙুলিৰ মূললৈ যি ৰেখা দেখা যায় তাকে আয়ু ৰেখা বোলে। এই ৰেখা অছিন্ন হলে দীৰ্ঘায়ু আৰু নিৰোগী জানিব। ছিন্ন-ভিন্ন

হলে অল্পায়ু আৰু ৰুগীয়া বুলি জানিব। এই ৰেখাৰে পৰা তললৈ আৰু ওপৰলৈ কিছুমান সৰু সৰু ৰেখা থাকে; ঊৰ্দ্ধ-মুখী ৰেখাবোৰে সুখ আৰু সৌভাগ্যৰ চিন বুজায়, নিম্নমুখী ৰেখাবোৰে ৰোগ আৰু দুৰ্ভাগ্যৰ নিৰ্দ্দেশ কৰে।

কাৰো কাৰো আয়ুৰেখা বুঢ়া আঙুলিৰ মূল পাবৰ পৰা তৰ্জ্জনীৰ মূললৈ থাকে, কিন্তু, ফল একেদৰেই ধৰিব লাগে।

শিৰো বিশালো ন পূজিতঃ স্যাৎ।
উৰু বিশালো ধনধান্য ভোগী।
বিশাল হস্তো নৰ পুঙ্গ বশ্চ।
কট্যা বিশালো বহুপুত্ৰদায়ক॥

যাৰ মূৰ ডাঙৰ তেওঁ সন্মানী হয়, উৰু আৰু বুকু ডাঙৰ হলে বলবান আৰু ধনবান হয়। কটি ডাঙৰ হলে বহু সন্তান হয়।

অৰ্থবাণ্ সমবক্ষাঃ সাৎ পীনৈৰ্বক্ষোভি ৰজিতঃ।
বক্ষোভিৰ্বিষমৈ নিঃ স্বাঃ শস্ত্ৰেন নিহতাস্তদা।

যাৰ বুকু সমান তেওঁ ধনী, যাৰ বুকু বহল, তেওঁ বলবান, যাৰ সমান নহয় তেওঁ দৰিদ্ৰ আৰু যাৰ বুকু খাল তেওঁ অস্ত্ৰৰ দ্বাৰা মৃত্যু হয়।

বক্ৰ নাসাশ্চ বক্ৰাস্যা স্তেনবা দুষ্টমানসা।

যি মানুহৰ নাক আৰু মুখ বেকা হয় তেওঁ নিষ্ঠুৰ আৰু পাপী জানিব।

যত্রাকৃতি স্তত্র গুণা ভবন্তি ॥

সর্ব্ব সাধাৰণতে ৰূপবান পুৰুষকেই গুণবান বুলি জানিব লাগে। অর্থাৎ যাৰ যেনে ৰূপ গুণও তেনেই। গতিকে ৰূপবান্ চাই বৰ গ্রহণ কৰাই উচিত॥

ডাক :— মৰে উৰুলিপুঙা,
মৰে পদ্‌লিস্থুঙা,
মৰে অলপ পানীৰ মাছ,
মৰে নদীৰ কূলৰ গাছ।
পিতৃ মাতৃ ভাতৃত ভকতি কৰে,
চাকৰতো দয়া সংগে লেৰে,
শুদাহাতে থাকি নাহয় ঘৰে,
সিজনক লক্ষ্মীয়ে কদাপি নেৰে॥
বহল বুকু যাৰ সৰু কঁকাল।
শোৱে সময়তে উঠে সকাল॥
চৌহদ্দৰ প্রতি ৰাখয় চকু।
নকয় অবাৰত কাকো একো॥
পত্নীক দেখয় ভগ্নী সমান।
সিপুৰুষ ভালি গৃহিণী যান॥
পুৰুষৰ লেতেৰা চেলেপু।
গুটিৰ লেতেৰা লেতেকু॥
মতাৰ কুৎচিত হাইঁ-ফেৰেকা।
তিৰীৰ কুৎচিত চকু লেলেকা॥

পুৰুষৰ অসম্প্ৰীতি গাইমুৰা।
কুকুৰৰ অসম্প্ৰীতি ছাইমুৰা॥
দিনে ৰাতি খেলয় জুৰা।
ৰাতি গাওঁ ফুৰি দিনত শোৱা॥
ঘৰত নকৰে পৰত আশ।
সিজনৰ লগত যাব গৃহবাস॥
তাইৰ জীৱনত নির্মলে সুখ।
যদিহে নেদেখে পুত্ৰৰ মুখ॥
অলপ আৰ্জ্জন বিস্তৰ ভোজন।
সেই পুৰুষৰ দৰিদ্ৰ লক্ষণ॥
মাজত গড়া মাৰি ভাতক খাই।
খাবৰ পৰত বেৰ-চাল চাই॥
নকৰা বিবাহ তিনুৰা দেখি।
সেই পুৰুষক চাৰিব লক্ষ্মী॥
নিষ্ফল জীৱন নিতে লুডে খৰি।
নিষ্ফল জীৱন ধৰুৱা ই নিয়ে ধৰি।
নিষ্ফল জীৱন খণ্ড উপবাস।
নিষ্ফল জীৱন পৰত কৰে আশ॥
নকৰে কাম ফুৰে দিন ৰাতি।
জুইৰ কাষত বান্ধে গাটি॥
লেতেঙা নাৱত ওপৰ ভূৰা।
বোলন্ত ড়াকে তিনিও মৰা॥

তিনিজনী নাৰীৰ একেটি পৈ।
তাকো পৰিহৰা বোলোহোঁ মই ॥
উঠঙ্গা ঘৰ যাৰ বকতা স্ত্ৰী।
একোকালে তাৰ নাহিকে শ্ৰী ॥
পৰৰ গোহালিত কিহৰ আশ।
লোকৰ ঘৰত কিহৰ নিবাস ॥
ব্ৰাহ্মণে কৰিবে দেউ পিতৃ অৰ্চ্চন।
বৈশ্যৰ বানিজ্য ধন অৰ্জ্জন ॥
শূদ্ৰৰ স্বধৰ্ম্ম তিনি সেৱন।
নৃপতি সবৰ প্ৰজা পালন ॥
শিৰে নবন্দে মাধবৰ পাৱ।
সবে বিৰম্বনা জানিবা মাৱ ॥
পুহত আহু জেঠত শালি।
সেই পুৰুষৰহে গৃহস্থালি ॥
চকু লাল হিয়া খাল।
সিপুৰুষৰ লক্ষণ ভাল ॥

ওপৰে যিমান,
তলেও সিমান,
তাকে বোলে শিৱি।
ন সাঁচি,
পুৰণি খাই
তাকে বোলে গিৱি ॥

# ঋতু পালন

আদ্য ঋতু পালনৰ ব্যৱস্থা পাশ্চাত্য দেশত বিশেষকৈ দেখা নেযায়, কিন্তু আসামত এই নিয়ম এতিয়াও বলবৎ আছে। গতিকে আদ্য ঋতু পালনৰ ব্যৱস্থা শাস্ত্রোক্ত প্রণালীৰে লিখা হ'ল।

## শ্রীভগবানোবাচ—

যদা ঋতুমতী নাৰী সৰ্ব্বৈৰলক্ষিতা সতী।
লজ্জিতা চ মহাভাগ গৃহাভ্যান্তৰমাবিশৎ।।

ঋতুমতী হলে নাৰী হইবে লজ্জিতা।
অভ্যন্তৰে প্রবেশিবে হৈয়ে অলক্ষিতা।।

স্নানালঙ্কাৰহীনা চ একাম্বৰ পৰিবৃতা।
স্থিৰ ভূত্বা সদা তিষ্ঠেৎ নতবদন পঙ্কজা।।

ত্যজিবেক অলঙ্কাৰ হৈবে একবাস।
অবনত শিৰে সদা কৰিবে নিবাস।।

মৌনিনী চ সদা তিষ্ঠেৎ স্বপেদ্ ভূমৌমহানিশি।
আশ্নীয়াৎ কেবলং ভূক্তং নক্তং মৃন্ময় ভাজনে।।

মৌনী থাকিবে হৈবে ভূমিতে শয়ন।
আমণ ভোজন তাক মৃন্ময় ভাজন।।

দিনান্তে বাৰেক মাত্ৰ কৰিব ভোজন।
নিশা কালে ভূমিযোগে কৰিব শয়ন ॥
তাম্বুলং নৈৰ্ব ভুঞ্জিতং ঋতুমতী যদা ভবেৎ।
সত্যং সত্যং তে বক্ষামি পেয়ং চাঞ্জলিনা পিবেৎ ॥
নকৰিব ঋতুকালে তাম্বুল ভক্ষণ।
অঞ্জলি ভৰিয়া জল কৰিবেক পাণ ॥
গন্ধ মাল্যং দিবা স্বাপং প্ৰবৰ্জ্জয়েচ্চ যত্নতঃ।
যদা ঋতুমতী নাৰী ইতি শাস্ত্ৰ বিদাং মতং ॥
গন্ধমাল্য পৰিত্যাগ কৰিব সুন্দৰী।
সযত্নত দিবা নিদ্ৰা পৰিত্যাগ কৰি ॥
মধুমাংসং মহাভাগ বৰ্জ্জয়েত প্ৰযত্নতঃ।
প্ৰমাদাৎ নৈব কুৰ্ব্বিত কদাপি মুখ সোধনং ॥
মধুমাংস ত্যাজিবেক যত্ন সহকাৰে।
নকৰিব মুখ শুদ্ধি যিকোনো প্ৰকাৰে।
আহাৰং গোৰসানাঞ্চ ন কুৰ্ব্বিত কদাচন।
অঞ্জনং নৈব কুৰ্ব্বিতং সত্যং সত্যং ময়োদিতং ॥
দধী দুগ্ধ ঘৃত নুভুঞ্জিব কদাচন।
নকৰিব চক্ষুতে যে অঞ্জন লেপন ॥
শায়ীতংনৈব শয্যায়াং কথিতং শাস্ত্ৰকো বিদৈঃ।
পীঠাদি ৰোহনং নৈব কুৰ্ব্বিত মুনি পুঙ্গব ॥
শয্যাত নুশুব ইটো শাস্ত্ৰৰ বচন।
পীঠাদিতো আৰোহণ নহয় শোভন ॥

ন ভুঞ্জিতে মহাভাগ কাংস্যে পাষাণ পাত্ৰকে।
দগ্ধ শৰাতে ভুঞ্জিত অন্নে মৃন্ময় ভাজনে ॥

কাংস বা পাষাণ পাত্ৰে ত্যজিবে আহাৰ ॥
মৃন্ময় বা দগ্ধশৰা কৰ ব্যৱহাৰ ॥

যদা ঋতুমতী নাৰী অগ্নিস্পৰ্শ সদা ত্যজেৎ।
ৰোদনং নৈবকুৰ্ব্বিত শোক চিন্তা ত্যজেৎ ধ্ৰুবং ॥

ঋতুমতী হলে নাৰী অগ্নিক নুছুব।
শোকচিন্তা ত্যজিবেক ৰোদণ নকৰিব॥

দন্তান্ন ধাবয়েদ্ ব্ৰহ্মণ্ নহশেচ্চ কদাচন্।
ৰজ্জুং ন বিস্পৃশেচ্চৈব নৰীক্ষেত গৃহান্ নহি ॥

দন্ত নেমাজিব নাৰী হলে ঋতুমতী।
নেইহাহিব কদাচিত দন্ত পংকতি ॥
গৃহ নিৰীক্ষণ কদাচিতো নকৰিব।
ঋতুকালে কদাচিতো জৰি নেবাতিব ॥

এবং দিন এয়ং নীত্বা স্নাত্বা ততো বিশুদ্ধতি।
প্ৰোক্তমাচৰণং ব্ৰহ্মণ তব ঋতুমতা স্ত্ৰিয়ঃ ॥

এইমতে দিনত্ৰয় কৰিব পালন।
চতুৰ্থ দিনত স্নানি হইব শোধন ॥
ই প্ৰকাৰে যি নাৰী ঋতুক পালয়।
হইবে সৌভাগ্যবতী লক্ষ্মা নছাৰয়

সৰ্ব্ব সাধাৰণতে বাৰ বছৰৰ পৰা পঞ্চাশ বছৰলৈকে নাৰীৰ ঋতু থাকে। শৰীৰ ৰস বৃদ্ধিহৈ মাহে মাহে যোনিদ্বাৰে

ৰক্ত স্ৰাৱ হয়; ইয়াকেই পুষ্পিতা হোৱা বুলি কয়। ফুল নুফু-লিলে যেনেকৈ গছবো গুটি নধৰে তেনেকৈ ঋতু নেপালে তিৰোতাৰও সন্তান নহয়। অৱশ্য কেতিয়াবা এই নিয়মবো ব্যতি-ক্ৰম ঘটে, ঋতু নোপোৱাকৈ অকুমাৰী অৱস্থাতো সন্তান হয়, আকৌ এবাৰ সন্তান হোৱাৰ পাচত দুনাই ঋতু নোপোৱাকৈও সন্তান হয়। এনে সন্তানক সচৰাচৰ 'মোগোৰা' বোলে। আৰু প্ৰবাদ আছে এইবোৰ সন্তানৰ বজ্ৰপাতৰ বাবে ভয় থাকে। ঋতু অৱস্থাত আৰু বহু নিয়ম পালন কৰিবৰ ব্যৱস্থা পাশ্চাত্য বিজ্ঞানেও দিছে সেইবোৰ নিয়মো আৱশ্যক মতে প্ৰকাশ কৰাই এই প্ৰবন্ধৰ উদ্দেশ্য।

দ্বাদশাদ্ বৎসৰাদূৰ্দ্ধং সা পঞ্চাশৎ সমং স্ত্ৰিয়ঃ।
দিনত্ৰয়ং মাসিমাস প্ৰকৃতৌ চাৰ্ত্তবং স্ৰবেৎ॥
প্ৰথম স্ৰাৱ দিৱসাদৃতুঃ ষোড়শ ৰাত্ৰয়ঃ।
গৰ্ভ গ্ৰহণ যোগ্যস্তু স এব সময়ঃ স্মৃতঃ॥

ঋতু পালেই নাৰীৰ গৰ্ভধাৰণৰ ক্ষমতা প্ৰাপ্ত হয়। কাজেই ঋতুমতী নাৰীয়ে সুসন্তানৰ কামনা কৰিলে প্ৰতি মাহেই ঋতুৰ নিয়মবোৰ পালন কৰিব লাগে। ঋতুৰ প্ৰথম দিনৰ পৰাই ষোল দিনলৈ গৰ্ভকোষৰ মুখ খোলা থাকে বাবে এই সময়ত সন্তান হোৱাৰ খুব সম্ভৱ। ঋতু পালে তিৰোতাই তিনদিনলৈকে কাকো স্পৰ্শ নকৰিব, নেকান্দিব, নেহাঁহিব, ববকৈ কথা নেপাতিব, কাৰো সৈতে ছুপটি কৰি নেথাকিব। মাছ মাংস আদি গুৰুপাকী দ্ৰব্য নেখাব। দিনত ফলাহাৰ

কৰি ৰাতি নিৰামিষ ভোজন কৰিব লাগে। ঋতুৰ তিনি দিন-লৈকে শৰীৰত তেজৰ সোঁত বেগাই চলাচল কৰে; গতিকে গুৰুপাকী দ্ৰব্য জীণ নিয়াব নোৱাৰে। ৰক্তৰ চলাচলত বাধা পৰে, তেনে অৱস্থাত গৰ্ভাশয়ৰ ৰোগ হোৱাৰ সম্ভৱ।

ঋতু অৱস্থাত কান্দিলে সন্তান কুৰূপ হয়। তেল ঘঁহিলে সন্তান কুষ্ঠৰোগীয়া হয়, অঞ্জন ললে ল'ৰা কণা হয়। দিনত শুলে সন্তান নিদ্ৰাতুৰ হয়। চিঞৰিলে বা টান মাত শুনিলে সন্তান কলা হয়। দুখ-বন কৰিলে সন্তান উন্মত্ত হয়। ঋতুৰ প্ৰথম তিনি দিনত স্বামী সহবাস কৰিলে গা সুৰা বেমাৰ হয়।

চাৰি দিনীয়া ছুৱা গা ধুই প্ৰথমে আৰ্চীত নিজৰ মুখ চাব, যৰ আকৌ স্বামী আছে তেওঁলোকে স্বামীৰ মুখ চাব বা প্ৰিয়জনৰ মুখ চাব। অবিবাহিতা সকলে নিজৰ মুখ চাব বা সূৰ্য্যলৈ চাব লাগে।

ছুৱা গা ধুই অতোঁৱাৰ পাচত যাৰে মুখ দেখে সন্তান প্ৰায় তাৰেই নিচিনা হয়। সেই গতিকে যাৰে তাৰে মুখ চোৱা অযুগুত। ঋতুৰ তিনি দিনৰ ভিতৰত কাকো সুচুৱ, কিয়নো কাৰো গাত বাধক প্ৰদৰ আদি ৰোগৰ বীজ থাকিলে সেই বীজ সহজে ঋতুমতী তিৰীক আক্ৰমণ কৰিব পাৰে, তেতিয়া হলে চুৱাকামো-ৰণী আদি নানান উৎকত বেমাৰ হোৱাৰ সম্ভৱ। তাড়িতে যেনেকৈ তামৰ মাজেদি সহজেই চলাচল কৰিব পাৰে সেইদৰে ৰোগৰ বীজাণুবোৰ ৰক্তস্ৰোতৰ লগত সহজেই শৰীৰত প্ৰৱেশ কৰিব পাৰে।

## —সহবাস ব্যৱস্থা—

পূৰ্ব্ব পাঠতে তিৰোতাৰ বাৰ বছৰৰ পৰা পঞ্চাশ বছৰলৈকে ঋতু থাকে বুলি কোৱা হৈছে। ঋতু হলেই সন্তান হয়। আনকি ঋতু নহলে বৃক্ষ, গুল্ম, পশু, পক্ষী আদিৰো সন্তান নহয়। এই ঋতু দুই প্ৰকাৰ—প্ৰকাশ্য ও অপ্ৰকাশ্য। পশু-পক্ষী আদিৰ ঋতু অপ্ৰকাশ্য। সৰ্ব্বসাধাৰণতে বৃক্ষ গুল্মাদিৰ বসন্ত কালতেই ঋতু হয়। সেই সময়তে প্ৰায় সকলো গছলতাই ফুলে ও গুটি ধৰে। পশু-পক্ষী আদিৰ ঋতু অপ্ৰকাশ্য হলেও, ঋতুকালীন শৰীৰত ৰসাধিক্য হোৱা বাবে, শোণিতৰ বেগ প্ৰবল ভাবে বোৱাত আত্ম-প্ৰকাশ কৰে।

পীড়িতা কাম বাণেন।
মেষী মাৰ্জ্জাৰীকা সুথঃ।

মেষী আৰু মকুৰীয়ে কাম বায়ুৰ প্ৰবল সোঁত সহিব নোৱাৰি প্ৰকাশ্যে পুৰুষ বাসনা কৰে। কিন্তু, মানুহ জ্ঞানী, আত্ম সম্বৰণ কৰিবৰ ক্ষমতা আছে। ঋতু হলে তিৰোতাৰো ৰসাধিক্য হয় এই ৰস শৰীৰত ব্যাপি পৰে, পুৰুষ কামনাও প্ৰবল হয় ৰসাধিক্য হোৱা বাবেই কুমাৰীক যোৰশা বোলে। প্ৰধানকৈ তিৰোতাৰ যোনিৰ মাইত ৰসগ্ৰন্থি আছে। তিথিভেদে এই গ্ৰন্থিবিলাকত ৰসাধিক্য হয়।

প্রতিপদে পাদ নিম্নয়ো,
পদ উর্দ্ধে দ্বিতীয়ায়াং।
তৃতীয়া জানুনি দেশে;
চতুর্থে জঙ্ঘয়োস্তথা।
পঞ্চম্যাং যোনি দেশসা,
ষষ্ঠো উদরতো বাপি।
সপ্তম্যাং গচ্ছন্তু হৃদি;
অষ্টম্যাং স্তন যুগ্মেয়া
নবম্যাং বসতি গণ্ডে
মুখ মণ্ডলে দশম্যাং।
ওষ্ঠে একাদস্যা স্থিতু।
স্থিতু আক্ষ্যং দ্বাদশীনাং।
ভালে ত্রয়োদশ্যাং লভেৎ।
চতুর্দ্দশ্যাং কর্ণ যুগ্মযে়া।
পূর্ণিমা নিবসেদ্ শিরে
অমায়াং সর্ব্ব গাত্রানি॥
এনুপায়েন ষোরশ্যাং
কাম গচ্ছন্তি সর্ব্বদা॥

তিথি ভেদে শরীরর পৃথক ঠাইত কাম থাকিলেও যে.ড়শীর তৃপ্তির অর্থে এই যোল ঠাইত মর্দ্দন, চুম্বন আদি রস কেলীর দ্বারা কামিনীর আনন্দ বঢ়াব লাগে। মৈথুন প্রক্রিয়া ছয় প্রকার,—

আলিঙ্গণং চুম্বনঞ্চ তথা চীৎকাৰমেৱচ।
মৰ্দ্দনং ৰমনংচৈব ৰেতঃ পাত অতঃ পৰ॥

আলিঙ্গণ, চুম্বন, চীৎকাৰ, মৰ্দ্দন, ৰমন আৰু ৰেতঃপাত এই ছয় প্ৰকাৰে কামিনীৰ কাম কলা শান্ত কৰিব পাৰিলেহে বাসনাৰ তৃপ্তি হয় কামো উপশাম হয়। তাৰ ব্যতিক্ৰম ঘটাবাবেই অনেক স্ত্ৰী-পুৰুষৰ মনৰ মিল নথকা বুলি অনুমান হয়। স্ত্ৰী-পুৰুষৰ মনৰ ঐক্যনথকা অৱস্থাত জন্মা সন্তানো পিতৃকুল মাতৃকুল কাৰো গঢ় নলয়। তদুপৰি বিকলাঙ্গ, অল্পায়ু, উন্মাদ আদি হোৱাৰো সম্ভৱ থাকে। স্ত্ৰী-পুৰুষৰ মিল থাকিবলৈ হলে সমান বয়স্ক-বয়স্কা হব লাগে।

কন্যায়া ষোড়শে বৰ্ষে;
পঞ্চবিংশত্যু পুংনাম্।

ষোল বছৰীয়া ছোৱালী আৰু পঁচিশ বছৰীয়া ডেকা হলেহে সমান বয়সৰ হয়। অৰ্থাৎ সমবীৰ্য্য হয় আৰু সমানে বুঢ়া-বুঢ়ী হৈ মনৰ প্ৰীতিৰে জীৱন কটাব পাৰে। ইয়াৰ বিপৰীত হলেও মনৰ মিল থকা বিৰল। কামিনী আৰু প্ৰকৃতি জাত কাৰণেই প্ৰকৃতি ভেদে কচিও পৃঠক পৃঠক হবৰ কথাই।

মন্দোদৰী লঙ্কেশ্বৰ শোভতে ৰংণী যথা।
গজাঙ্গনা তথাস্তস্য সত্যং সত্যং মেয়ো দিতং॥

যেনেকৈ ৰাৱণৰ লগত মন্দোদৰীৰ মিল হল, সেইদৰে হস্তিনীৰে সৈতে অশ্বজাতি পুৰুষৰ মিলন হলেই উভয়ৰ মনৰ আনন্দ ও প্ৰীতিৰে দিন কটাব পাৰে। কিন্তু, তেনে মিল হোৱাও

অতি বিৰল। গতিকে ৰমণীৰ মনতুষ্টিৰ নিমিত্তে উত্তৰ শয্যা, গন্ধদ্ৰব্য, অলঙ্কাৰ, বসন আদিৰে প্ৰীতি সাধন কৰিব লাগে। নানান ৰসালাপৰ দ্বাৰা ৰসকলা বঢ়াই তৃপ্তি সাধন কৰিব, তেহে ৰমণীৰ মনোৰঞ্জন হব পাৰিব।

নব স্ত্ৰীপুৰুষৰ শোৱণী ঘৰ লোক সমাগমৰ পৰা অলপ আঁতৰত হোৱাই ভাল। কিয়নো শিক্ষানভিজ্ঞ পিতৃ-মাতৃ, দেৱৰ-ননদী আদিয়ে দাম্পত্য প্ৰীতিৰ বিপৰীত সমালোচনা কৰা প্ৰায়েই দেখা পোৱা যায়। সেয়েহলে দাম্পত্য সুখৰ বিমল আনন্দৰ ঠাইত নিৰানন্দৰ ৰেখা বিৰিঙ্গি উঠি জীৱনৰ এটা গধুৰ বোজা ৰবলগীয়া হয়। দাম্পত্য প্ৰেমৰ প্ৰকৃত মহিমা প্ৰকাশ নেপায়। বৰঞ্চ ৰতিৰ ঠাইত বিৰতি হৈ জীৱনৰ প্ৰতি এটা ঘৃণা ভাৱৰ হে উদয় হয়।

এনেকুৱা অনেক মাক-বাপেক দেখা যায় যি পো-বোৱাৰীৰ মিলাপ্ৰীতি দেখিলে ঈৰ্ষা কৰে আনকি তিকতা সেকৰা, পৈ-সোহাগী ইত্যাদি সম্বোধনেৰে পো-বোৱাৰীক তিৰস্কাৰ কৰি মনত অশান্তি দিয়ে। তেওঁলোকেও বুজা উচিত যে মতা তিকতাৰ মিল নেথাকিলে সংসাৰ যাত্ৰাত অনেক বাধা পৰে। গতিকে তেনে মিল থকা পো-বোৱাৰীক সৎ উপদেশ দিহে সিহঁতক সংসাৰ ক্ষেত্ৰত আগ বাঢ়িবলৈ উচতনি দিব লাগে।

সু-সন্তানকামী পুৰুষে সহবাস বিধি যতনেৰে পালন কৰিবলৈ নেপাহৰিব। সহবাস বিধি পুৰুষে যেনেকৈ পালন কৰিব লাগে বৰঞ্চ স্ত্ৰীয়ে ততোধিক পালন কৰাটো উচিত।

কিয়নো নীতি বিগৰ্হিত হোৱাৰ দোষতেই অনেক মাতৃৰ স্বাস্থ্যৰ হানি হৈ জীৱনৰ এটা অভাৱনীয় নিৰানন্দৰ মাজেদি ভগ্নস্বাস্থ্য লৈ দিন কটাব লগা হৈছে।

সু-সন্তানকামী স্ত্ৰী-পুৰুষে সহবাস কৰিবৰ দিনা পৰিষ্কাৰ কৰি গা ধুব আৰু ভাল কাপোৰ কানি পিন্ধিব, বিছনা পত্ৰও পৰিষ্কাৰ পৰিপাটিকৈ লব, কোঠাত লোটা-চৰিয়া থবলৈকো প্ৰাহৰিব নেলাগে। ভৰিহাত পৰিষ্কাৰ কৰিহে বিছনাত উঠিব পায়। উভয়ৰ মন প্ৰফুল্ল থাকিব লাগে কাৰো গাত কোনো অসুখ থকা বেয়া তেনে অসুখ অৱস্থাত হোৱা সন্তান অল্পায়ু, ৰুগীয়া, বিকলাঙ্গ হব পাৰে। অতি ভোজন নকৰিব, একেবাৰে লঘোণেও নেথাকিব।

শাস্ত্ৰীয় বিধান অনুসাৰে বাৰ, মাহ, তিথি, নক্ষত্ৰাদি পালন কৰি স্ত্ৰী সহবাস কৰাটো অসম্ভৱ, গতিকে পালন কৰিব পৰা ব্যৱস্থা মতে চলিও বহুক্ষেত্ৰত অনেক সু-ফল পোৱাৰ সম্ভৱ।

অপূৰ্ণে কমলে ব্ৰহ্মণ, ৰমণীং যদি গচ্ছতি।
তস্য পুত্ৰস্য কন্যা বা চিৰৰোগী ভবেদ্ ধ্ৰুবং ॥

তিৰোতাৰ মাহিলি ঋতু তিনি দিনলৈ থাকে, এই তিনি দিন যোনি দ্বাৰে ৰজঃ প্ৰবাহিত হয়। এই তিনি দিন অপূৰ্ণ কমল বুলি জানিব। কিয়নো ৰমণীৰ স্বয়ম্ভু পুষ্প সম্পূৰ্ণকৈ ফুলি উঠিবলৈ তিনি দিন লাগে। এই কেইদিনৰ ভিতৰত যদি সন্তান জন্মে সেই সন্তান অল্পায়ু আৰু চিৰৰোগী হয়।

বোধকৰোঁ "নৰকাসুৰ" বৰাহ বিষ্ণুৰ সন্তান হৈয়ো যাকৰ তিনি দিন ৰজঃস্বলা অৱস্থাত গৰ্ভস্থ হোৱা বাবেই অপ্লায়ু হয়।

ঋতুমতী যদানাৰী ত্ৰিদিনং তাং পৰিত্যজেৎ।
বিধিৰয়ং মহাভাগ সৰ্ব্বশাস্ত্ৰেষু কীৰ্ত্তিতং ॥
প্ৰথমেহ্নি মহাভাগ চণ্ডালিণী সমাগতা।
দ্বিতীয়ে পাপীষ্ঠা সাহি তৃতীয়ে কুলটাস্মৃতা ॥
চতুৰ্থেহ্নি মহাভাগ স্নাতা নাৰী বিশুদ্ধতি।
গৃহিস্নাতাং ততো ব্ৰহ্মণ ইতি শাস্ত্ৰোবিদাংমতম্ ॥

ঋতুমতী কামিনীক তিনিদিন পৰিত্যাগ কৰিব। শাস্ত্ৰত উক্ত আছে যে প্ৰথম ঋতুৰ দিনা চাণ্ডালিনী তুল্যা, দ্বিতীয় দিনা পাপিষ্ঠা, তৃতীয় দিনা বেশ্যা তুল্যা, চতুৰ্থ দিনা স্নান কৰিলেহে গ্ৰহণৰ উপযুক্তা হয়।

কালা কাল ন বিচাৰ্য্য যোগচ্ছেৎ ৰমণী নৰঃ।
মহাপাপী স বিজ্ঞেয়ঃ অন্তিমেনৰকং ব্ৰজেৎ ॥

যি পুৰুষে কাল অকাল বিচাৰ নকৰি নীচ ইন্দ্ৰিয় পৰিতৃপ্তিৰ নিমিত্তে ৰমণী উপভোগ কৰে তেওঁ মহাপাপী আৰু মৃত্যুৰ পাচত নৰকগামী হয়।

ঋতুমতী যদানাৰী ত্ৰিদিনং মুনি পুঙ্গৱ।
বেগেন বহতে গাত্ৰে শোণিতং নাত্ৰ সংশয় ॥
গমনে তৎকালে চৈব অপূৰ্ণো জায়তে সুত।
অকালে মৰণং তস্য বিকলাঙ্গাত্মজা ভবেৎ ॥

নাৰী ঋতুমতী হলে তিনি দিনলৈকে গাৰ তেজ বেগেৰে

চলাচল কৰে। যদি সেই সময়ত সন্তান স্থিতি হয় সেই সন্তান বিকলাঙ্গ আৰু অকালতে মৃত্যু হয়। ইত্যাদি শাস্ত্ৰৰ বহুত নিষিদ্ধ নিয়ম আছে, এটাইবোৰ পালন কৰা কঠিন বাবে তলত খনাৰ এটা বচন উদ্ধাৰ কৰি দিয়া হল ইয়াকে পালন কৰিলেও বহু সুফল পাব বুলি আশাকৰা যায়।

কমলৰ হস্তে যেবে ৰক্ত প্ৰবাহিবে।
পৰস্পৰ ষোল দিন যতনে গুণিবে॥
প্ৰথমৰ তিনি দিন ত্যজিবে লাগয়।
একাদশ ত্ৰয়োদশ গ্ৰাহ্য নাহি হয়॥
আৰু দশ দিন যিবা অৱশিষ্ট ৰব।
তাৰমধ্যে যোৰাদিন যতনেৰে লব॥
গৰ্ভধান সুপ্ৰশস্ত কুজ শুক্ৰ বাৰে।
মধ্যম যে সোমবাৰ [illegible]॥
আদ্ৰা পুনৰ্ব্বসু পুষ্যা [illegible] শ্ৰবণা।
পূৰ্ব্বভাদ্ৰ পদ পূৰ্ব্বষাঢ়া নোহে মানা॥
মৃগশিৰা লইয়া যে নক্ষত্ৰ বাকী ৰয়।
গৰ্ভাধান সুপ্ৰশস্ত জ্যোতিষেতে কয়॥
ৰোহিণী ভৰণী পূৰ্ব্বফল্গুণী বা চিত্ৰা।
স্বাতী বিশাখা শতভিষা ধনি মিত্ৰা॥
এই কয় নক্ষত্ৰ মধ্যম কৰি গ্ৰাহ্য।
ইহাবিনা সকল কৰিবে পৰিত্যজ্য॥
জেষ্ঠ্যমূলা সদা ৰেৱতী অশ্বিণী।
উত্তৰা ও কৃত্তিকাৰে নিষেধমধ্যেগনি॥

পূর্ণিমা অমাবস্যা ঋতি ত্যজিব ৰমণী।
ইহা ভিন্ন আন সব গণি কি নগণি।।

পূৰ্ব্ব পাঠত কোৱা হৈছে নাৰীৰ বাৰ বছৰৰ পৰা সন্তান জন্মাবৰ ক্ষমতা হয়। কিন্তু, ষোল বছৰলৈকে এইখিনি সময়কো অপূর্ণ বুলি ধৰিব লাগিব। এইসময়ত স্ত্ৰীশোণিত পাতল বা অপৈণত অৱস্থাতে থাকে। সেই বাবেই পাশ্চাত্য হিন্দু সমাজে বাল্য-বিবাহক ঘিণৰ চকুৰে চাইছে। সাৰদা আইনমতে চৌদ্ধ বছৰৰ কম বয়সীয়া ছোৱালী ওঠৰ বছৰৰ কম বয়সৰ লৰাৰ বিবাহক বে-আইনী বুলি মানি লৈছে। প্ৰকৃত্যতে এনে অপৈণত বয়সত জন্মা বাবেই হিন্দুৰ সন্তানবোৰ দুৰ্ব্বল ও সৰু হৈ যোৱাটো কোনো বিচিত্ৰ নহয়। পূৰ্ব্বকালৰ ঋষি-মুনিসকলে এইকথা ভালদৰে জানিছিল বাবেই ব্ৰহ্মচৰ্য্য পালন কৰিছিল। কলিত ব্ৰহ্মচৰ্য্য পালন নকৰিব গতিকে কলিৰ লোক অল্লায়ু আৰু সৰু হৈ বৃদ্ধাঙ্গুষ্ঠ পৰিমিট হব বুলি কৈ যায়।

সুধিসকল! এতিয়াও শাস্ত্ৰোক্ত বা বৈজ্ঞানিকৰ উপায়বিলাক অৱলম্বন কৰি হিন্দুৰ হিন্দুত্ব ৰক্ষা কৰিবলৈ যত্নবান হওক। প্ৰলয়ৰ পাচত সত্যযুগ নহয়, পতনৰ পাচত উত্থান হোৱাইহে সত্যযুগ। বহুসন্তান জন্মোৱাৰ দোষতো মাতৃ জাতিৰ স্বাস্থ্যৰ হানি হৈছে, অকাল বাৰ্দ্ধক্য মৃত্যু আদিৰ সংখ্যাও বাঢ়িছে। স্বাস্থ্যইহে সম্পদ। এই স্বাস্থ্য বজাই ৰখাটোৱেই মানৱ ধৰ্ম্ম।

ৰক্ত ধাতু ভবেৎ মাতা জীৱ ধাতু ভবেদ্ পিতা।
শুক্ৰশোণিত সংযোগাত গৰ্ভ পিণ্ড প্ৰজায়তে।।

সন্তানে মাতৃ শোণিতৰ পৰাই তেজ, মাংস, হাড়, চাল, নখ, চুলি আদি পায়, বীৰ্জ্যৰ পৰা জীৱ মাত্ৰ প্ৰাপ্ত হয়। এই অৱস্থাত মাকৰ স্বাস্থ্য নহলে সন্তান কেনেকৈ শকত-আৱট বলবান হব। সাকৰা মাটিত কৰা শস্যৰ যেনে চেহেৰা কটুৰ মাটিৰ শস্যৰ চেহেৰা তেনে নহয়। এতিয়াও পাশ্চাত্য সভ্য জাতিবিলাক পূৰণা সভ্য হিন্দুতকৈ বহুগুণে বলী ও শকত-আৱট স্বাস্থ্যবান।

পাশ্চাত্য জাতিবিলাকৰ সন্তান জন্মোৱা সংখ্যাও হিন্দুতকৈ বহু কম। কলিত বহুপুত্ৰ বেয়া এই কথাৰ প্ৰমাণ ৰামায়ণত বিভীষণে দি যায়। বোধহয় কলিত অনাচাৰৰ দোষত বহুসন্তান জন্মিব বুলিয়েই বিভীষণে এই প্ৰতিজ্ঞাকে শ্ৰীৰাম চন্দ্ৰৰ আগত কৰিছিল।

নিদ্ৰা চ মৈথুনা হাৰাঃ সৰ্ব্বেষাং প্ৰাণিনাং সমা।
জ্ঞান বাম্মানবাঃ প্ৰোক্তো জ্ঞানহীনা পশুঃ মুনে॥

আহাৰ, নিদ্ৰা, ভয়, মৈথুন সকলো প্ৰাণীৰেই সমান। কিন্তু, মানুহ ইতৰ প্ৰাণীতকৈ জ্ঞানী, কাযেই জ্ঞানবান মানুহে আত্মাৰ উন্নতি অৱনতি কৰিবৰ ক্ষমতা থকা সত্বেও কিয় সজাগ নহয়?

অযুগ্মে কন্যকাং ভবেৎ।
যুগ্মে চ পুত্ৰ সংজ্ঞকা॥

ঋতু স্নানৰ পৰা যোৰা দিনবোৰত স্ত্ৰীসহবাস কৰিলে মতা ল'ৰা আৰু বিযোৰ দিনবোৰত মাইকী ছোৱালী হয়।

নাভীৰ পৰা যোনি পৰ্য্যন্ত কুহু নামে যি এডাল নাড়ী আছে, গৰ্ভাশয়ৰ পৰা কুহু নাড়ীলৈ সমীৰণ, চন্দ্ৰমসী আৰু গৌৰা

নামে তিনিডাল নাড়ী আছে, প্ৰথম আৰু তৃতীয় নাড়ীৰ মুখত বীৰ্য্য পতিত হলে মতা আৰু দ্বিতীয় নাড়ীৰ মুখত বীৰ্য্য পতিত হলে মাইকী হয়।

স্ত্ৰী ৰক্ত কম হলে মতা সন্তান আৰু পুৰুষৰ বীৰ্য্য কম হলেও মাইকী ছোৱালী হয়। উভয়ৰে বীৰ্য্য সমান হলে নপুংশক সন্তান হয়।

অপৈণত অৱস্থাত পুৰুষ সহবাস কৰাৰ দোষত অনেক তিৰোতাৰ বাধক, প্ৰদৰ, ৰজঃকষ্ট আৰু যোনি সম্পৰ্কীয় নানান বেমাৰ হোৱাৰ আশঙ্কা থাকে।

গৰ্ভিনী অৱস্থাত পুৰুষ সহবাস নকৰাই শ্ৰেয়ঃ। বিশেষকৈ আঠ মাহৰ পৰা একেবাৰেই পতিৰ পৰা পৃথকে থাকিব লাগে, কিয়নো তিৰোতা গৰ্ভিনী হলে যোনিৰ বান্ধ ঢিলা হয় আৰু যোনি উখহি পৰে। তেনে অৱস্থাত স্বামী উপভোগ কৰিলে গৰ্ভস্থ শিশুৰও প্ৰাণ হানি হোৱাৰ খুব সম্ভৱ। গৰ্ভিনীৰো নানান গৰ্ভ বেদনা হয়, মূৰ ঘূৰুৱা, কঁকাল বিষুৱা, যোনিৰ মুখে অনবৰত স্ৰাব হৈ থকা আদি বেমাৰে লগ লব পাৰে। গৰ্ভ হলেই নাৰীৰ স্তনত গাখীৰ হয় আৰু স্তনৰ মূৰ ছুটা কলা পৰে, শকত হয়। এই অৱস্থাত স্তনৰ প্ৰতি লক্ষ্য ৰখা উচিত, গাখীৰ হোৱা উমান পালেই মাজে সময়ে পিয়াহৰ মূৰ ছুটা পৰিষ্কাৰ পানীৰে ধুই থাকিব লাগে, নতুবা পিয়াহৰ মূৰত গাখীৰ জমি ঘা কৰিবও পাৰে। গৰ্ভিনী অৱস্থাত পিয়াহৰ মূৰ বিষালে চেপি গাখীৰ উলিয়াই নিৰ্ম্মল পানীৰে পিয়াহৰ মূৰ ছুটা ধুব লাগে।

যুৱতীৰ অহঙ্কাৰ আনমিত স্তন।
দেহৰো শোভন আৰু স্বাস্থ্যৰো লক্ষণ ॥

কাৰো কাৰো স্তনৰ মুৰ দুটা ভিতৰ সোমোৱা থাকে গতিকে গাখীৰ হোৱা অৱস্থাত পৰিষ্কাৰ হাতেৰে অলপ অলপকৈ টানি বাহিৰ উলিয়াই দিব লাগে। পিয়াহ হালি গলে তিৰোতাৰ বুকুৰ বান্ধ ঢিলা হয় দেখাতো বেয়া দেখায় লগে লগে স্বাস্থ্যৰও হানি হয়। সেইবাবে যাতে পিয়াহ হালি নেযায় তাৰ বাবে তলত লিখা দৰৱ ব্যৱহাৰ কৰিব।

ডালিমৰ বাকলি ভালকৈ সিজাই তিলৰ তেলে সৈতে মিহলাই লব। এই মলম কিছুদিন ব্যৱহাৰ কৰিলে স্তন হালি নেযায়। সন্তান নোহোৱা অৱস্থাতো স্তন পৰিলে এই দৰৱকে ব্যৱহাৰ কৰিব।

সন্তান নোহোৱা অ [illegible] হলা যেন পালে বৰষুণৰ শিল ধৰি মাটিৰে সৈতে মি [illegible] দিন স্তনত লেপ দিলে স্তন হালি নেযায়।

শুবৰ পৰত ১৫ দিনলৈকে সিদ্ধিৰ পানী খালে স্তন শকত হৈ থাকে।

যোনিৰ শিথিলতা হলে তলৰ দৰৱ ব্যৱহাৰ কৰিব। টেমুনা ওলালে আকণৰ পাত, কুড় পিপলি আৰু সৈন্ধৱ লোণ ছাগলীৰ গাখীৰত বাটি, আঙুলি সমান এডাল শলিতাত সেই দৰৱ লেপ দি যোনিৰ ভিতৰত দি থব। এইদৰে ১৫ দিনমান দিলে টেমুনা সোমাই যাব।

চফ, আৰু বালি বগৰীৰ পাত বাটি তিল তেলেৰে সৈতে যোনিত লেপ দিলে যোনি বেতমেলা ভাল হব।

থেকেৰা টেঙাৰ শিপাৰ ক্কাথেৰে যোনি ধুলে যোনি শকত হয়।

বিবাহৰ পাচত হে সহবাস কিন্তু, পুস্তকত সহবাস ব্যৱস্থা আগতে লিখাৰ উদ্দেশ্য হৈছে নেওঁতা নেজানিলে যেনেকৈ অঙ্ক শিকিবলৈ মস্কিল, সহবাস ব্যৱস্থা নেজানিলে বিবাহ কৰা তেনে অৱস্থাই। সেইদেখি সুধীসকলে সহবাস ব্যৱস্থা আগতে পাঠকৰা বিধেয়।

হিন্দুৰ বিবাহ আঁঠ প্ৰকাৰৰ—ওলোম, প্ৰতি-লোম, আৰ্য্য, প্ৰাজাপত্য, গন্ধৰ্ব্ব্য, আসুৰিক, ৰাক্ষসী আৰু পৈশাচিক এই আঁঠ প্ৰকাৰে হিন্দুৰ বিবাহ সংঘটিত হয়।

উচ্চ জাতিৰ বৰ হীন জাতিৰ কন্যাৰে সৈতে হোৱা বিবাহকে ওলোম, হীন জাতিৰ বৰ উচ্চ জাতিৰ কন্যা হলে প্ৰতিলোম বোলে। বৰকন্যা উভয় ঘৰৰ পিতা মাতাই বৰকন্যাৰ যোগ্যতা চাই দিয়া বিয়াকে আৰ্য্য বিবাহ বোলে। বৰকন্যা উভয় ঘৰেৰেই আৱশ্যকমতে অলঙ্কাৰ ও টকা লৈ আড়ম্বৰে কৰা বিয়াকে প্ৰাজা-পত্য; বৰ্ত্তমান সমাজত এই বিবাহেই বেচি প্ৰচলিত। স্ত্ৰী পুৰুষৰ মন মিলি হোৱা বিবাহেই গন্ধৰ্ব্ব্য, অনিচ্ছাস্বত্বে বলপূৰ্ব্বক ধৰি নিয়া বিয়াকে আসুৰিক; আনে বিবাহ কৰা স্বত্বেও অপহৰণ কৰি নি কৰোৱা বিবাহকে

ৰাক্ষসী আৰু স্ত্ৰীৰ অনিচ্ছা স্বত্বে বল পূৰ্ব্বক গুৰ্ব্বিনী কৰি আত্ম প্ৰকাশ নকৰা বিবাহকে পৈশাচিক বিবাহ বোলে।

গৃহস্থী ধৰ্ম্ম প্ৰতিপালন কৰিবলৈ হলে গৃহবাস বা বিবাহ কৰিব লাগে। পূৰ্ব্ব পাঠতে কৈ আহিছোঁ। যে বৈবাহিক জীৱনত হে চতুৰ্ব্বগ সিদ্ধি হয়।

ধৰ্ম্মাৰ্থ কাম মোক্ষাণাং
দাৰা সংপ্ৰাপ্তি হেতবে।

বিবাহ বা দাৰ গ্ৰহণ কৰা বাবেহে ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ সিদ্ধি হয় নতুবা অনন্যুপায়ে সিদ্ধি হোৱাৰ সম্ভৱ নহয়। প্ৰথম পৰিচিতা জায়া অতি অচিনাকি হলেও চাৰিচকুৰ মিলন মাত্ৰেই তেওঁলোকৰ দুয়োৰো প্ৰতি দুয়োৰো এটা মায়া জন্মে, ইয়াতেই দয়াৰ উৎপত্তি হয়। "দয়ায়ে মুৎপত্যো ধৰ্ম্ম।" ধৰ্ম্ম যদি দয়াৰ পৰা উৎপত্তি হৈছে তেনে দয়াৰ প্ৰধান কাৰণ গৃহিণীয়েই নহয় নে? গৃহিণী হলেই ধনৰ আৱশ্যক হব। লগে লগে দুষ্পূৰণীয় কাম প্ৰবৃত্তিও শান্ত থাকিব। সুসন্তান জন্মিলে আৰো ভগৱৎ সৃষ্টিৰ পথও মুকলি থাকিব।

গৃহস্থী ধৰ্ম্ম পালন কৰিবলৈ হলে দেউ, পিতৃঅৰ্চ্চন, অতিথি সেৱন, দান, যজ্ঞ, আদি কৰিব লাগে। গৃহিণী নহলেও এইবিলাক নীতি প্ৰতিপালন কৰিবৰ সমৰ্থ কাৰো হব পাৰে। কিন্তু,

শোভেনে নোশোভে ঘৈণী নোহোৱা ঘৰ।
লাগেনে নেলাগে পাখি নোহোৱা কাঁড় ॥

বহুতে আকৌ লৰা-ছোৱালীৰ বিয়াৰ বাবেই সৰ্ব্বশ্ৰান্তও হৈছে, তেনে নীতি অতি গৰ্হিত। বিয়াৰ উদ্দেশ্যও সেইটো নহয়। বিবাহ প্ৰশংসাত অৱশ্য এইদৰে কয়ঃ—

মাতা ৰূপবানং দৃশ্যেৎ।
পিতা দৃশ্যেৎ গুণবান হি।
ভাৰ্য্যা বলবানং দৃশ্যেৎ।
শ্যালকো ধনবান হি।
গোত্ৰবান দৃশ্যেৎ বান্ধবান্।
মিস্তাম ইতৰে জনাঃ ॥

মাকে দৰাটি ধুনীয়া হলেই ভাল পায়। বাপেকে আকৌ গুণবান হোৱাহে বাঞ্ছা কৰে, ভাৰ্য্যাই বলবান হলেহে ভাল পায়, জেঠেৰী খুলশালি আদিয়ে ধনী হলেহে ভাল পায়। বন্ধু বান্ধৱ সকলে ভাল বংশৰ হলেই ভাল পায়, ইতৰসকলে ভালদৰে উদৰ পূৰাই খাবলৈ পালেই ভাল বিয়া হল বুলি শলাগিব। কিন্তু, এই নীতি সমাজ আৰু জাতিৰ অধঃপাতৰ হে উপায়।

বিয়া খুব নিয়াৰিকৈহে পাতিব লাগে। ইয়াৰ উদ্দেশ্যও মহৎ। ই বংধেমালিৰ কাম নহয়, যি বিবাহৰ দ্বাৰাই দুটি প্ৰাণীক গোটেই জীৱনৰ এটা কট্‌কটীয়া বান্ধত বান্ধি দিয়া হয়

সি জানো ধেমালিৰ কাম? গছত তুলি গুৰি কাটি দিয়াৰ দৰে সংসাৰ যাত্ৰাত সিহঁতক আগবঢ়াই দি পৰিণামত টকা পইচা মাটি-বাৰী কেডৰাকো যদি বন্ধক বিক্ৰী কৰি বিয়া পতা হয় সিহঁতে আওজনি লবলৈকো থেক নোহোৱা অৱস্থাত সংসাৰ চলাব কেনেকৈ?

দেশৰ শিক্ষিতসকলে এনে কু-প্ৰথা গুচাবৰ বাবে সংশোধনী আইন এখন কৰিবলৈ যত্ন কৰাহে উচিত হব।

বিবাহ স্বজাতিৰ ভিতৰত হোৱাই শ্ৰেয়। কিয়নো মিহলি জাতিৰ সন্তান সমাজ সদাচাৰৰ বহিৰ্ভূত হয়। এনে বৰ্ণশঙ্কৰৰ দ্বাৰা দেশৰও জাতিৰ কিষ্টি সভ্যতা ৰক্ষা নহয়। সমাজেও ঘিণৰ চকুৰে চায়। দৰাচলতে দুজাতিৰ মিহলি সন্তানৰ চেহেৰা স্বভাৱও অন্যৰূপত ৰূপান্তৰিত হোৱা প্ৰায়েই দেখা যায়। অসমীয়াও বঙ্গালী মহৰ সংমিশ্ৰিত পোৱালি বোৰৰ চেহেৰা স্বভাৱ পিতৃকুল মাতৃকুল কাৰো নহয় একেবাৰেই পাৰ্থক্য। সেইদৰে চিনা হাঁহ আৰু পাতি হাঁহৰ মিহলি পোৱালিবোৰে আকৌ কণী দিলেও পোৱালী জন্মাব নোৱাৰে; কোনোৱে আকৌ একেবাৰে কণাকেই দিব নোৱাৰে। মানুহৰ সংমিশ্ৰিত জাতিৰ সন্তানৰ পৰা বংশ বৃদ্ধি হব সঁচা কিন্তু জাতি কৃষ্টি ৰক্ষা নহয়। সেইবাবেই স্বজাতি আৰু সদবংশৰ পৰাই দাৰ গ্ৰহণ কৰাইহে শ্ৰেয়।

হিন্দু সমাজত বংশ গোত্ৰ বাদ দিহে বিবাহ কৰিবৰ ব্যৱস্থা* আছে। অন্য ধৰ্ম্মাৱলম্বীসকলৰ তেনে নীতি নহলেও

হিন্দুৰ এই ব্যৱস্থা অতি আৱশ্যকীয়। পুৰণা কালত পুৰুষৰ আকৌ বহু-বিবাহৰ প্ৰথা আছিল। এই প্ৰথাৰ এতিয়া অনাৱশ্যকতা ভালদৰে বুজিব পৰা গৈছে। বিবাহ কৰোঁতা জনৰ গাত মৰম থাকিব লাগিব, ধনী হব লাগিব, শক্তি হব লাগিব আৰু সন্তান জন্মাবও পাৰিব লাগিব, তেহে তেওঁক বিয়া কৰাবৰ উপযুক্ত বুলিব পাৰি। হিন্দু জাতিৰ আজি সন্তান জন্মোৱাৰ ক্ষমতাত বাদে আন নাই বুলিলেও হয়। ধন নহলে বিয়া নকৰোৱাই শ্ৰেয়। কিয়নো বিয়াৰ প্ৰকৃত সুখ ভোগ কৰিব নোৱাৰি গোটেই জীৱন অশান্তিতে কটাবলগা হয়।

যদিহে আৰ্জ্জিব নোৱাৰ ধন।
গৃহবাস সুখ নিদিব মন॥

ধন নহলে কোনো কাৰ্য্যই সিদ্ধি নহয়, তিৰোতাক পিন্ধাব-উৱাব নোৱাৰিলে, লৰা-ছোৱালীক উপযুক্ত শিক্ষা দিব নোৱাৰিলে মনত একো শান্তি নেথাকে। লগে লগে দেশৰ ও জাতিৰ এটা বোজাহে হৈ পৰিবলগীয়া হয়গৈ।

ধনহে ধৰ্ম্মৰ ফল।
ধন নহলে জীৱন নিষ্ফল॥

ভগৱান শ্ৰীকৃষ্ণই ও গীতাত ইয়াৰ প্ৰমাণ দি গৈছে।

প্ৰাপ্য পুণ্যকৃতাং লোকানুষিত্বা শাশ্বতীঃ সমাঃ।
শুচীনাং শ্ৰীমতাং গেহে যোগভ্ৰষ্টোঽভিজায়তে॥

অৰ্থাৎ যোগভ্ৰষ্ট লোকসকলে বহুদিন স্বৰ্গসুখ ভোগ

কৰি অৱশেষত পূৰ্ব্বপুণ্যৰ ফলত সদাচাৰ সম্পন্ন ধনীৰ ঘৰত জন্ম লয়। দৰিদ্ৰ জন্মৰ সমান পাপী জন্ম একো হব নোৱাৰে। এই সংসাৰ ভোগ-বিলাসৰ বাবেহে, ধন নহলে সংসাৰৰ একো সুখ উপলব্ধি কৰিব নোৱাৰে। ধৰ্ম্মও আৰ্জ্জিব নোৱাৰে গতিকে ইকুল সিকুল দুয়ো কুলেই ব্যৰ্থ হয়। বৰ্ত্তমান উঠি অহা ডেকা-গাভৰু দলে বিলাসৰ প্ৰতিহে বেছিকৈ ধাউতি কৰা দেখা যায়, তেওঁলোকেও ভাবি চাব লাগে বিলাস-সামগ্ৰীৰ বাবে যিখিনি টকা ব্যয় হয় সেইখিনি পইচাৰে সৈতে গাখীৰ, মাছ আদি খালেও দেহৰ পুষ্টি সাধন হলহেঁতেন। স্বাস্থ্যও বলবান হব পাৰিলেহেঁতেন।

ৰুগীয়া বা শক্তিহীন হলেও বিয়া কৰাব নেপায়। বিশেষতে বংশগত ৰোগ থকা মানুহে বিয়া কৰোৱা বেয়া।

মাংসলুব্ধো যথা মৎস্যো লৌহ শঙ্কুংনপশ্যতি।
সুখলুব্ধস্তথা দেহী যম বাধাং ন পশ্যতি॥

যেনেকৈ টোপৰ লুভীয়া মাছে লোৱৰ বৰশী দেখা নেপায় সেইদৰে সুখৰ লুভীয়া মানুহেও সুখৰ আশাত বিয়া কৰাই গোটেই জীৱনৰ এটা নিৰানন্দৰ বোজা বৰলগা হয়। পূৰ্ব্বেই কৈ আহিছোঁ ইন্দ্ৰিয় প্ৰবৃত্তি চৰিতাৰ্থ কৰিবৰ নিমিত্তেই বিবাহ নহয় জীৱনৰ আনন্দ আৰু শান্তিৰ নিমিত্তেহে।

আহাৰ দ্বিগুণংচৈব্য বুদ্ধিস্তাসা চতুগুৰ্ণং।
ব্যৱসায় ষড়াদগুনঞ্চ কাম মষ্টগুণস্তথা॥

তিৰোতাৰ আহাৰ দুগুন, বুদ্ধি চাৰিগুণ, ব্যৱসায়ও ছয়-

গুণ, কাম শক্তিও আঠগুণ। গতিকে কামিনীৰ বাসনা পুৰাব নোৱাৰিলে উভয়ৰ মনৰ মিল নেথাকে। তেনেকুৱা মিল নথকা দম্পতীৰ সন্তানবিলাকো প্ৰায় বিশ্ৰী হয়। মাতৃকুল পিতৃকুল কাৰো গঢ় নলয়।

ঋতুস্নাতা ৰমণী চ বদনং যস্য পশ্যতি।
তৎ কল্পনং তনয়ং বা সুতা তস্য সুনিশ্চয় ॥

ঋতুস্নাতা তিৰোতাই স্নান কৰি প্ৰথমে যাৰ মুখ দেখে সন্তানও তাৰেই চেহেৰা হয় বুলি শাস্ত্ৰত উক্তি আছে। সেইবাবেই পাশ্চাত্য বিজ্ঞানে শোৱনি ঘৰৰ বেৰত কীৰ্ত্তিমান লোকৰ প্ৰতিচ্ছবি বা সুন্দৰ ল'ৰা-ছোৱালীৰ ছবি ৰখা বিধেয় বুলি কয়।

পণ্ডিতে চৈব মুৰ্খেচ চলিন্যপ্যথে দুৰ্ব্বলে।
ঈশ্বৰে চ দাৰিদ্ৰে চ মৃত্যোঃ সৰ্ব্বত্ৰ তুল্যতা।

পণ্ডিত, মূৰ্খ, বলী, দুৰ্ব্বলী, ধনী, দৰিদ্ৰ সকলোৰে পক্ষে মৃত্যু একেই। কোনেও মৃত্যুৰ হাত সাৰিব নোৱাৰে।

অকীৰ্ত্তিঞ্চাপি ভূতানি কথয়িষ্যন্তি তেহব্যয়াম।
সম্ভাবিতস্য চাকীৰ্ত্তিৰ্ম্মৰণা দতি ৰিচ্যতে ॥

যদি কীৰ্ত্তিমান হব নোৱাৰি তেনেহলে মৰাই শ্ৰেয় বুলি ভগৱানে গীতাতো কৈছে। যদি সমাজত বা জগতত লোকে অপযশ ঘোষিবলৈ হয়, তেনে এটা জাতি জীয়াই থকা বা নথকা একেই। হিন্দু জাতি পৃথিবীৰ অতি পুৰণা জাতি, হিন্দুৰ সভ্যতাই আজিয়ো পৃথিবীৰ আদৰ্শ। সেইজাতিৰ

আজি ইমান অধঃপতন হোৱাৰ কাৰণ কি ? বীৰ্য্যবান জাতিৰ সন্তান যে শকত-আবট পাশ্চাত্য জাতিবিলাকৰ প্ৰতি লক্ষ্য কৰিলেই ভালদৰে বুজিব পাৰি। হিন্দুৰ বাল্য-বিবাহও ইয়াৰ এটা প্ৰধান কাৰণ আছিল ।

পুৰণি কালত হিন্দুৰ বহু-বিবাহৰ প্ৰথা আছিল । সেই কালত সংখ্যা লঘিষ্ট হোৱা বাবে বহু-বিবাহৰ আৱশ্যক হৈছিল। আজি হিন্দু জাতিৰ ঘৰ সাজি থাকিবলৈকো ঠাই নাইকিয়া হৈছেহি ।

ইফালে পৃথিবীৰ উৰ্ব্বৰা শক্তি কমি যোৱাত খাদ্য সামগ্ৰীৰও অনাটন হৈ পৰিছেহি । সেইবাবে বৈবাহিক জীৱনৰ প্ৰতি লক্ষ্য ৰাখি চলাটো বুদ্ধিমানৰ কাম হব । বহুসন্তান নজন্মাই বৰ্ত্তমান সময়ৰ প্ৰধান উপায়। আধুনিক বিজ্ঞানেও ঔষধ আৰু যন্ত্ৰৰ ব্যৱস্থা দিছে ।

ঋতুৰ দিন ধৰি ১৫ দিনলৈ তিনি বছৰ বা তদূৰ্দ্ধ বছৰৰ পুৰাণ গুৰ নিতৌ ৪ তোলা পৰিমাণে খালে গৰ্ভ নহয় ।

আকাশীলতা, মেজাঠি. ৰঙা তাগিয়াচিত, হিং আৰু সুৰগা সিজাই তপতে তপতে ক্বাথ খালে গৰ্ভ নহয়।

ভেলা গছৰ শিপাৰ ছাল পানীত সিজাই খালে একেবাৰেই গৰ্ভ নহয়।

—০:×:০—

# মিলন

অবন্ধ বন্ধনং সঙ্গং হৃতসঙ্গং মহাবিষ।
সৎসঙ্গ চ বিবেকশ্চ নিশ্চয় নয়নদ্বয়ং।
যস্য নাস্তি নবঃ সোহন্ধঃ কথং চ স্যাদনাকুলঃ ॥

অনাত্মবীবে বান্ধ খাই থকা জীৱৰ পক্ষে সৎসঙ্গ ও বিবেকেই দুই চকু স্বৰূপ; যাৰ এই দুয়ো নাই সি কণা, বিষময়ী ভব সমুদ্রৰ পৰা কি উপায়েৰে পাৰ পাব। মায়া পাশত বন্ধ জীৱই হাঁ ধন হাঁ পুত্র বুলি মুমূর্ষু অৱস্থাতেই কটাব-লগা হয়। মহাব্যাধিনাশক ভগবৎ প্রেম মহামিলন স্বৰূপ মহৌষধ যেতিয়ালৈকে উদৰস্থ ববিব নোৱাৰে তেতিয়ালৈকে তাৰ এই সংসাৰ স্বৰূপ মহাব্যাধিৰ নিৰাময় নহয়।

স্ত্রীপুৰুষৰ মিলন ক্ষণস্থায়ী নহয় এই মিলন জন্মজন্মান্তৰিত মিলন। জন্ম ৰহিত মহাদেৱে তাৰ চিন স্বৰূপেই মুণ্ডমালা ধাৰণ কৰি মিলনৰ প্রমাণ কৰিছিল। জ্যোতিষবিদসকলেও এই মিলনৰেই চিন স্বৰূপে সপ্তর্ষি মণ্ডলত বশিষ্ঠ আৰু অৰুন্ধতীৰ প্রমাণ কৰে। অৱশ্যে এনে মিলন অতি বিৰল হলেও জ্ঞানী আৰু বিবেকী মানুহে জীৱনৰ লক্ষ্য পথত উপায় উদ্ভাবীত কৰি লোৱা কোনো অসম্ভৱ নহয়।

দুর্লভং সাদৃশী ভার্য্যাঃ—স্বীয় স্বভাৱৰ লগত মনমিলা পত্নী পোৱা কঠিন। অতিজতো এনেকুৱা অমিল থকা বাবেই, জ্ঞানী লোকসকলে কিছু কৃত্তিম উপায় অৱলম্বন কৰি জীৱ-

নৰ শান্তি বিচাৰিছিল। প্ৰমাণিত দুটা চাৰিটা লিপিবদ্ধ কৰি দিয়া হ'ল।

পুৰুষৰ বক্ষৰ ৰক্ত গো-দুগ্ধৰ লগত মিহলাই পান কৰালে দুষ্টা স্ত্ৰী বশীভূতা হয়।

"কামদেৱ হস্ত উত্তমং কুৰু কুৰু অমুকীং মে বশ মানায় স্বহ" এই মন্ত্ৰেৰে স্পৰ্শ কৰিলেও দুষ্টা স্ত্ৰী বশীভূতা হয়।

"ওঁ নমঃ কট বিকট ঘোৰ ৰূপিনী অমুকী স্বহা" এই মন্ত্ৰেৰে সাত গ্ৰাস অন্ন ভোজন কৰিলে দুষ্টা স্ত্ৰী বশীভূত হয়।

স্ত্ৰী-পুৰুষ উভয়ৰে চিগা চুলি মধুমিশ্ৰ কৰি তামৰ তাবিজত ভৰাই ককালত পিন্ধিলে দুষ্ট পুৰুষ বশীভূত হয়।

"কামেশ্বৰ বস মানায় স্বহা"—এই মন্ত্ৰেৰে সেন্দুৰ অভি-মন্ত্ৰিত কৰি স্বামীৰ উদ্দেশ্যে পিন্ধিলে দুষ্ট পুৰুষ বশীভূত হয়। উল্লিখিত মন্ত্ৰ আৰু ঔষধবোৰ কেৱল নিজৰ স্ত্ৰীপুৰুষৰ বাবেহে অপধৰ ওপৰত প্ৰয়োগ কৰা অবিধেশ।

সংসাৰ যাত্ৰাত স্ত্ৰী-পুৰুষ দুটিৰ মিলনতেই আকৌ সংসাৰ অভিনয়ৰ যৱনিকা পতন নহয়। কিয়নো আমাৰ আশে-পাশে ভাই, বন্ধু, বংশ পুত্ৰ ওচৰ-চুবুৰীয়া অনেক আছে, সেই সকলোৰে লগতো মিলি থাকিব পাৰিলেহে জীৱনত শান্তি পাম। শান্তিকামী নৰে স্বীয় স্বভাৱ শুদ্ধ কৰি সকলোৰে সৈতে মিলি থাকিবলৈ যত্নবান হোৱা উচিত।

ঘৃণা লজ্জা ভয়ং শোকং জুগুপ্সা চেতি পঞ্চমী।
কুলং শীলং তথা জাতি ৰষ্টো পাশাঃ প্ৰকীৰ্ত্তিতা ॥

পৰক ঘিণ কৰা, লাজ লগা, আত্ম ৰক্ষা কৰিব নোৱাৰিম বুলি ভয় লগা, শোক কৰা, পৰৰ নিন্দা শুনি অপমান বোধ কৰা, বংশৰ অভিমান কৰা, চৰিত্ৰ ও জাতিৰ প্ৰতি অভিমান এই অষ্ট-পাশত বদ্ধ থকা মানুহে শান্তিময়ী জীৱন গঢ়ি তুলিবলৈ বহুত সাধ্য-সাধনাৰ আৱশ্যক। কিন্তু, অভ্যাস কৰিলে অতি দুষ্কৰ হলেও ক্ৰমাৎ সহজ হৈ অহাত একো বিচিত্ৰ নাই। প্ৰথমে এনেবিলাক অভ্যাস নিজৰ ঘৰখনতেই আৰম্ভ কৰিলেহে লাহে লাহে বাহিৰলৈ আগ বাঢ়িব পাৰি।

নব্য পৰিণীতা স্ত্ৰীৰ পক্ষে পিতা-মাতাৰ ঘৰতকৈ স্বামীৰ ঘৰেই হে যে বেচি আপোন তাক নকলেও হব। জীৱনৰ শেষ-লৈকে যাৰ লগত কটাব লাগিব তেওঁলোক আপোন নহৈ পিতা-মাতা আপোন হব নোৱাৰে। গতিকে শাহু আৰু শহুৰক নিজৰ মাক-বাপেকৰ দৰে ভক্তি শ্ৰদ্ধা কৰিব। দেৱৰ বৰজনাক আদিকো ভাই-ককাইৰ দৰে ভাবি লব। ননদা-ননদীবিলা-ককো বাই-ভনীৰ দৰে ব্যৱহাৰ কৰিব সেয়ে হলেই জীৱন মধু-ময় হব। স্বামীৰ প্ৰতি অচলা ভক্তি ৰাখিব।

গুৰু অগ্নি দ্বিজাতিনাং বৰ্ণনাং ব্ৰাহ্মণো গুৰুঃ।
পতিৰেকো গুৰুস্ত্ৰীনাং সৰ্ব্বত্ৰাভ্যাগতো গুৰু ॥

ব্ৰহ্মণ [illegible] [illegible] সকলো বৰ্ণৰে গুৰু ব্ৰাহ্মণ, তিৰোতাৰ স্বামীয়েই গুৰু, অতিথি [illegible] সকলোৰে গুৰু। যি স্বামীৰ লগত গোটেই জীৱন অতিবাহিত কৰিবই লাগিব গতিকে স্বামীৰ

মনোৰঞ্জন হবলৈ যত্ন কৰা বুদ্ধিমতী গৃহিণীৰ প্ৰধান উপায়। ঘৰখনত পুৰুষৰ কৰ্ত্তব্য যিমান তিৰোতাৰো তাতোকৈ কম নহয়। কথাতেই কয় "পুৰুষৰ ঘৰ নাই ঘৰ তিৰোতাৰ হে।" প্ৰতি কথাতেই তিৰোতাই ঘৰখনলৈ চকু দিব লাগিব। অতিথি শুশ্ৰূষা, সকলোকে বান্ধি বাঢ়ি খুউৱা, পৰিষ্কাৰ পৰিচ্ছন্নকৈ আৰু ঘৰৰ আৱশ্যকীয় বস্তুবোৰ নিয়াৰিকৈ ৰখা বুদ্ধিমতী তিৰোতাৰ প্ৰধান কৰ্ত্তব্য। প্ৰতি কথাতেই শাহুৰ লগত পৰামৰ্শ কৰিব লাগে, তেহে জীৱন মধুময় হব তাৰ কোনো বিচিত্ৰ নাই।

অমৃতে শিশিৰে বহ্নি অমৃত শিশু ভাষিতা।
অমৃতে গুণৱতী ভাৰ্য্যা অমৃত পুত্ৰ পণ্ডিতা॥

জাৰৰ দিনত জুই যেনে অমৃত, শিশুৰ আধা-ফুটা মাত, গুণবান পণ্ডিত পুত্ৰ সেইদৰেই অমৃত তুল্য। গুণৱতী হব পাৰিলে স্বামীৰ পক্ষে নহয় সকলোৰেই পক্ষে অমৃত তুল্য হব পাৰিব। এতেকে সদ্ গুণ আৰ্জ্জন কৰি আনন্দেৰে জীৱন কটাবলৈ যত্নবান হব। তিৰিজাতি বুঢ়ী হলেও স্বামীৰ কাষত সদায় আদৰণীয়া ইয়াৰ কোনো বিচিত্ৰ নহয়, এতেকে আনন্দেৰে দিন কটাই ভগৱৎ সৃষ্টি মাহাত্ম্য বিকাশ কৰি অন্তিমত স্বামী স্ত্ৰী মিলি পৰম ধামত স্থান পাবলৈ যত্ন কৰক। পূৰ্ব্ব ভাষতে কৈ আহিছো যে স্বামী স্ত্ৰীৰ মিলন ক্ষণস্থায়ী নহয় ই জন্ম জন্মান্তৰিত মিলন, ই বিধিৰ নিৰ্ব্বন্ধ, পূৰ্ব্বকৃত্য কৰ্ম্মৰ দ্বাৰা এই মিলনৰ আনন্দ ও নিৰানন্দ ফল ভুগিবলৈ পাওঁ।

অসকৃদ্দেহ কৰ্ম্মানি সুখদুঃখাদি ভুঞ্জন্তে ।
পৰত্রা জ্ঞানিনো মুনে যান্ত্যায়ন্তি পুনঃ পুনঃ ॥

পূৰ্ব্বকৃত্য সদ্ ও অসৎ কৰ্ম্মৰ ফলতেই মানুহে সুখ ও দুখ ভুঞ্জি পুনঃ পুনঃ সংসাৰত জন্ম গ্ৰহণ কৰিব লাগে। সৎ কৰ্ম্মৰ ফলত সুখ আৰু অসদ্ কৰ্ম্মৰ ফলত দুঃখ ভুঞ্জে। এতেকে সৎকাম কৰি সুখৰ পথ মুকলি কৰিব লাগে।

পূৰ্ব্বজন্মাৰ্জ্জিতো হ্যচ্ছকাৰ্য্য পুংশা শুভাশুভম্ ।

পূৰ্ব্বজন্মৰ আৰ্জ্জিত ফল অনুসাৰেই হে বৰ্ত্তমান ফল ভুগিবলৈ পাইছোঁ। এই বুজিয়েই ইন্দ্ৰিয় সেৱাত পৰিতৃপ্ত থকাটো জ্ঞানী মানুহৰ কাম নহয়। মানৱ দেহত আৰব্ধ প্ৰাৰব্ধ আৰু অনাৰব্ধ তিনিও কৰ্ম্মৰেই অধিকাৰ আছে, গতিকে পূৰ্ব্ব কৃত্যকৰ্ম্মৰ ফল এই জন্মত ভুগিছোঁ। পৰজন্মৰ বাবে যে আৰ্জ্জিব লাগে তাৰো প্ৰতি সতৰ্ক হব লাগিব।

বাসাংসি জীৰ্ণানি যথা গৃহ্ণাতি ।
স্থানান্তৰেণ যেন নুপদ্যতে ॥

যেনেকৈ স্থানান্তৰ হওঁতে পুৰণা ঘৰৰ বেৰ, চাল, খেৰ আদি নতুন ঘৰত ব্যৱহাৰ কৰা হয়, সেইদৰে পূৰ্ব্বজন্মৰ ফলাফলবিলাকো নতুন দেহত ব্যৱহাৰ হয়। গত বছৰত যি মাটিত শস্য কৰিছিলোঁ তাৰো খাজনা দিব লাগিব, এইবছৰত যি কৰিছো তাৰো খাজনা দিব লাগিব বৰং নকৰকৈ যি মাটি পাছত কৰিবলৈ পতিত ৰাখিছো তাৰো খাজনা দিব লাগিব। ইয়াৰ অন্যথা নহয়। কৰ্ম্মফলও তদনুৰূপে অনুষ্ঠাতাৰ অনুগমন

কৰে। পৰ জন্মৰ বাবে এই জন্মতে সৎকৰ্ম্ম কৰি বাট মুকলি কৰি থব লাগে।

গীতাঃ— বাসাংসি জীৰ্ণানি যথা বিহায়
নবাণি গৃহ্নাতি নৰোহপৰাণি।
তথা শৰীৰাণি বিহায় জীৰ্ণান্যন্যানি।
সংযাতি নবাণি দেহী ॥

যেনেকৈ পুৰণা ঘৰ এৰি মানুহে নতুন ঘৰ সাজি লয় সেইদৰে এই দেহা বিনষ্ট হলে জীৱই আকৌ নতুন দেহা ধাৰণ কৰে। পুৰণা ঘৰত থাকোঁতে যেনেকৈ কাম কৰিব লাগিছিল নতুন ঘৰতো তেনেকৈ কাম কৰিলেহে হব।

ভোজনে মাতৃবৎ ভাৰ্য্যা ;
সমাবৎ বাক্য পালনে।
বুদ্ধেস্থ মন্ত্ৰী ! পত্নীসাৎ ;
বেশ্যাবৎ শয়নে শুভ ॥

পতি-ভক্তি পৰায়ণা বুদ্ধিমতী তিৰোতাই, মাকে যেনেকৈ আগত থাকি সন্তানক খুৱাই সেইদৰে স্বামীক খুৱাব লাগে। মন্ত্ৰীয়ে যেনেকৈ ৰাজ্য পালনত ৰজাক পৰামৰ্শ দিয়ে ভাৰ্য্যায়ো সেইদৰে স্বামীক বুদ্ধি পৰামৰ্শ দি ঘৰখন চলাব পাৰিব লাগে। বন্ধুৰদৰে বাক্য পালন কৰিব লাগে। শয়ন কক্ষত বেশ্যাৰ-দৰে বেশ ভূষাদি নানান মিষ্টালাপৰ দ্বাৰা স্বামীৰ মনৰ তুষ্টি সাধন কৰিব লাগে। তিৰোতাৰ বেশভূষা লোকক দেখুৱাবৰ বাবে নহয় ই সৃষ্টি পাতনৰ এটা বিশিষ্ট উপাদান বুলিব লাগে।

সৌন্দৰ্য্যই সকলোৰেই মন আকৰ্ষণ কৰে, স্বামীৰ মন আকৰ্ষণ কৰিব পাৰিলে যে ভাৰ্য্যাৰ সৌভাগ্য বৃদ্ধি হব, জীৱন মধুময় হব ই নিশ্চয়। বাসৰ গৃহ এন্ধাৰ হব নেলাগে তাত পোহৰৰ ব্যৱস্থা থকা ভাল। বেদৰ বিবাহৰ সম্প্ৰদান প্ৰসঙ্গত প্ৰথমেই বৰকন্যাৰ মুখ দেখুৱাবৰ ব্যৱস্থা দিছে। "সমীভ-বেথাম।" পৰস্পৰ বেচ যোৰ হৈছে।

সংসাৰ যাত্ৰাত তিৰোতাতকৈ পুৰুষৰ কামৰ গুৰুত্ব বহু গুণে বেচি। সংসাৰৰ নানান অশান্তিৰ মাজত থাকি স্বামীয়ে ভাৰ্য্যাক অনেক কটূক্তি প্ৰয়োগ কৰিব পাৰে আনকি, মাৰ-কিলও কৰিব পাৰে। তেনে অৱস্থাতো স্ত্ৰীয়ে পুৰুষৰ প্ৰতি অসদাচাৰ নকৰি নিৰবে সহি থাকিব। যেতিয়া স্বামীৰ খঙৰ উপশম হব তেতিয়াও নিজৰ দোষকেই স্বীকাৰ কৰি ত্ৰুটি মাৰ্জ্জনা খুজিব, সেয়েহলে স্বামীয়েও নিজৰ অধৈৰ্য্যৰ বাবে নিজেই মুহ্যমান হব। ভবিষ্যতে তেনে নকৰিবৰ বাবে কল্পনা কৰিব। স্ত্ৰী তিনিও কালতেই পৰৰ অধীনা, প্ৰথম অৱস্থাত পিতা-মাতাৰ অধীনা, দ্বিতীয় অৱস্থাত স্বামীৰ অধীনা, তৃতীয় অৱস্থাতো পুত্ৰৰ অধীনা, তেনে স্থলত তিৰোতাই পুৰুষক অৱহেলা কৰি কিয় জীৱনৰ অশান্তি বঢ়াই লব।

**মহানিৰ্ব্বাণ তন্ত্ৰে :—**

যদাস্ত্ৰিয়োহতি [illegible] কৰ্কশা কলহে ৰতাঃ।
গৰ্হিষ্যতি স্বভৰ্ত্তাৰং তদৈব প্ৰবলঃ কলিঃ।

যদ'ও কলিৰ প্ৰবৃত্তিত তিৰোতাবিলাক দুৰ্দ্দান্ত হোৱাই, সেইবুলি জানো জ্ঞানৱতী তিৰোতাৰ পক্ষে আত্মমৰ্য্যদা ক্ষুণ্ণ কৰাটো বাঞ্চনীয় হব। স্বভাৱিকতে তিৰোতাৰ মাত ম. . হব লাগে। সকলোৰে প্ৰতি সদাচাৰযুক্তা স্নেহময়ী হব লাগে। সেয়ে হলেই জীৱন মধুময় নহৈ নোৱাৰে আৰু সকলো সময়তে ভাৰ্য্যাই স্বামীৰ স্বাস্থ্যৰ প্ৰতি লক্ষ্য ৰখা উচিত। কিয়নো :—

ব্ৰাহ্মণো, বনিতা, লতা ;
বিনাশ্ৰয়ে নিৰ্জীবতা।

ব্ৰাহ্মণ, তিৰোতা আৰু লতা এই তিনিওকে এটা আশ্ৰয়ৰ আৱশ্যক। লতাই যেনেকৈ বগাবলৈ একো আশ্ৰয় নেপালে নিজৰেই বিনাশ হয়, সেইদৰে তিৰোতায়ো কাৰো আশ্ৰয় নাপালে সংসাৰ যাত্ৰা সুচাৰুৰূপে চলাব নোৱাৰে। তিৰোতাৰ স্বামীয়েই আশ্ৰয়ৰ প্ৰধান স্থল, স্বামীৰ স্বাস্থ্য থাকিলেহে ঘৰৰ সকলো কাম সুচাৰুৰূপে চলিৰ পাৰিব।

আত্মনাং সততং ৰক্ষেৎ
দাৰৈৰপি ধনৈৰপি

ধন আৰু স্ত্ৰীকো অৱহেলা কৰি হলেও আত্মাক ৰক্ষা কৰিব। কিয়নো স্বাস্থ্য নহলে সংসাৰকেই বিষময় যেন লাগিব। স্বাস্থ্য নহলে তিৰোতাৰ পৰাও আদৰ নেপাই, জীৱনেই নিৰানন্দময় হৈ উঠিব।

অতিন্দ্ৰিয়ৰ দোষতো অকাল মৃত্যুৰ কোলাত স্থান লব-

লগীয়া হয়। সেইবাবে স্বাস্থ্যৰ প্ৰতি বৰ সতৰ্ক হোৱা উচিত।

শনিবাৰে এটা মতা ঘণচিৰীকা চৰাই ধৰি ২১ টুকুৰা কৰি ঘিউত ভাজি খালে পুৰুষ-শক্তি চতুৰ্গুণ বৃদ্ধি হয়। (প্ৰমাণিত)

এতোলা সৰু ইলাচী, এতোলা বৰ ইলাচী, দুতোলা লং, দুতোলা দালচেনি, এতোলা মোহনী ভাং খুন্দি গুৰি কৰি ৫ তোলা চেনি মিহলাই ঘিউত ভাজিব, পাছত পুনৰ পটাত মিহিকৈ পিহি তাত মৌজোল মিহলি কৰি লব ইয়াৰ এমহা পৰিমাণ একোটা বৰি নিতৌ গবৃলি খাব শক্তি বৃদ্ধি হব। (প্ৰমাণিত)

হাতীশুঁৰিয়াৰ শিপা তামোলৰ লগত খালে আনে কু-কৰ্ম্ম কৰাৰ দোষত হোৱা দোষ আৰোগ্য হব।

প্ৰকৃততে স্ত্ৰীয়ে পুৰুষতকৈ বহু পৰিমাণে কাম কৰে যদিও তিৰোতৰ কামৰ এটা নৈমিত্তিকতা আছে; কিন্তু পুৰুষৰ কামৰ তেনে কোনো নৈমিত্তিকতা নাই। পুৰুষৰ কামৰ পৰিশ্ৰম যথেষ্ট আছে, সেইবাবে কামৰ অন্তত জিৰণি লোৱা স্বাস্থ্যৰ পক্ষে মঙ্গলদায়ক। কিয়নো পৰিশ্ৰম কৰিলে শৰীৰৰ তেজ বেগেই চলাচল কৰে, টোপনিয়েহে ভাগৰ গুচায়। সেইবাবে ৰাতিৰ প্ৰথম পৰত শুবৰ ব্যৱস্থা কৰিব লাগে।

পুৰুষৰ শাৰীৰিক পৰিশ্ৰম যেনে মানসিক পৰিশ্ৰমো কম নহয়। বুদ্ধিমতী তিৰোতাই প্ৰথম পৰ নানান মিষ্টা-

লাপৰ দ্বাৰা পুৰুষবো মনোৰঞ্জন কৰি নিজেও শুব, স্বামীকো শুৱাব লাগে। এবাৰ টোপনি আহিলে সহজেই সাৰ নেপায়। পৰিশ্ৰমী ইন্দ্ৰিয়বিলাকে জিৰণি পালে শৰীৰত ৰক্তৰ সোঁতও ধিৰেৰে ববলৈ ধৰে মগজও স্থিৰ হয়। চতুৰ্থ পৰত স্বভাবিকতে সাৰ পাব মন মগজও স্থিৰ থাকিব। সন্ত্ৰাশ ইন্দ্ৰিয়বিলাকে নতুন উদ্যমেৰে কাম কৰিবলৈ সক্ষম হব। চতুৰ্থ য'মেই উত্তম সন্তানকামী স্ত্ৰী-পুৰুষৰ বাবে মিলনৰ প্ৰকৃত সময়।

চতুৰ্থ প্ৰহৰ ৰাত্ৰৌ যো গচ্ছেৎ ৰমনীং নৰঃ।
হৰি ভক্তিৰতং সুতং লভতে স মহামতী॥
তনয়া জায়তে তস্য ধৰ্ম্মশীলা পতিব্ৰতা॥
যাম গত ফলং ব্ৰহ্মণ ইতিতে কথিতং ময়া।

চতুৰ্থ যামত বলবান ও ধাৰ্ম্মিক পুত্ৰ কন্যা হবৰ খুব সম্ভৱ। সেই সন্তান পিতৃ-মাতৃপৰায়ন ধাৰ্ম্মিক হোৱাৰ কোনো সন্দেহ নাই। পিতৃ-মাতৃৰ স্বাস্থ্যও অক্ষুণ্ণ ৰাখি নিৰ্ব্বিবাদে সংসাৰ যাত্ৰা চলাবলৈ সক্ষম হব।

গৃহস্থালিত পুৰুষৰ যেনেকৈ কামৰ গুৰুত্ব আছে, তিৰোতাৰো একেবাৰে কম নহয়। পুৰুষ যেনেকৈ প্ৰকৃতি জাত স্ত্ৰীয়ো তেনেকৈ প্ৰকৃতি জাত, তাতে সৰুৰে পৰা মাকৰ ঘৰত থাকি যেনেধৰে স্বভাৱ গঠিত হৈছে তাক স্বামীৰ ঘৰলৈ আহিয়েই পৰিবৰ্ত্তন কৰি লোৱা বৰ সহজ নহয়। দৈনন্দিন কামৰ নানান বেমেজালিত লিপ্ত থাকি তিৰোতাৰ

মনতো অশান্তি আছে। কাজেই অশান্ত ইন্দ্ৰিয়বিলাকক জিৰণি লবলৈ সকাহ দিলেহে প্ৰকৃতিস্থ হব, মনও স্থিৰ থাকিব। বুদ্ধিমান পুৰুষে তেনে অৱস্থাত হে গৃহিণীক সদুপ-দেশ দিব। তিৰোতাৰ ধৈৰ্য্যশক্তি পুৰুষতকৈ বহুত গুণে বেচি, কোনো কাৰণবশতঃ এবাৰ ক্ৰোধ জন্মিলে সেই ক্ৰোধ তিৰোতাৰ সহজে শান্ত নহয়। বুদ্ধিমান পুৰুষে তাৰ বাবেও সময়ৰ অপেক্ষা কৰিব লাগে। কওঁতে কয়ঃ—

কটাৰী ভাল কৰে শিলে।
তিৰোতা ভাল কৰে কিলে ॥

যেনেকৈ এটাইবোৰ শিলতেই কটাৰীৰ ধাৰ নুঠে, সেইদৰেই কেৱল কিলেই তিৰোতাক ভাল কৰিব নোৱাৰে।

বাম পাৰ্শে স্থিতাংতাঞ্চ নাৰীনাং সুখমাস্থিত্য।
ধৰ্ম্ম গৰ্ভেন বাক্যেন তোষয়িষ্যতি সাদৰং ॥

ধৰ্ম্মোপদেশ আৰু আদৰৰ দ্বাৰাই হে সকলোকে বশ কৰিব পাৰি। তিৰোতাৰ মন বৰ কোমল সদুপদেশ ও সদালাপৰ দ্বাৰা নিশ্চয় বশীভূতা হব।

মিলনৰ উপসংহাৰত কওঁ যে মধ্যবিধ গাৱঁলীয়া গৃহস্থী বাসৰ গৃহৰ ভাল কন্দবস্ত নথকা দোষতেই নানান দুৰ্গতি ভুঞ্জিব লগা হয়। সেই বাবে নব্য দম্পতীক একেটা ঘৰতে থাকিব নিদি পৃথক ঘৰ দিয়াৰ ব্যৱস্থা কৰি দিব লাগে।

—০ঃ০—

# জীবুৎপত্তি

উৰণং বুৰণং সৈব গজনং ভ্ৰমণং স্তথা ।
এতে চতুৰ্বিধা জীবং ভবন্তিমহতী তলে ।।

উৰণ, বুৰণ, গজন ও ভ্ৰমণ এই চাৰি প্ৰকাৰ জীৱ জগতত আছে । আমাৰ এই প্ৰৱন্ধত কেৱল মানৱ জাতিৰ উৎপত্তিৰ বিষয়ে হে বৰ্ণোৱা হব বাকী তিনিবিধ জীৱৰ বিষয়ে কোনো উল্লেখ কৰা নহব ।

শৰীৰং কীদৃশং প্ৰভো ! মুক্তিৰবাকেন কৰ্ম্মনা ।
ইদানিং শ্ৰোতামিচ্ছামি ব্ৰূহিমে শশিশেখৰ ।

কিমতে শৰীৰ হোৱয় সৃজন
কহিয়ো জগত স্বামী ।
কোন কৰ্ম্ম কৰি প'ৱয় মুকুতি
কোন কৰ্ম্মে অধোগামী ।।

ঈশ্বৰোবাচ :—

শৃনু বৎস প্ৰবক্ষামি শৰীৰং কৰ্ম্ম ৰূপিনম ।
ৰজস্বলা চ যা নাৰী বিশুদ্ধা পঞ্চমে দিনে ।
পীড়িতা কাম বাণেন ততঃ পুৰুষ মীহতে ।।

ঈশ্বৰ বদতি বাপু শুনা মুনিবৰ ।
কৰ্ম্মৰূপী দেহা ইটো জানা নিৰন্তৰ ।।
পঞ্চদিনে শুদ্ধ হৈবে ঋতুমতী নাৰী ।
জ্বলয় মদনানল সহিতে নপাৰি ।।

কাম শবে দগ্ধ হৈয়া নাৰী সুবদনী।
পুরুষ বাসনা কৰে শুনিয়ো আপুনি ॥
ভগলিঙ্গ সমাযোগান্মৈথুনং স্যাত্তথা তয়ো।
অন্যোহন্য স্পর্শনাদ্দেবি জায়তে চ মহৎ সুখম্ ॥
উভয় পৰশে উভয়ৰ মিলে সুখ।
এতে সৃষ্টি হোৱে জানা বিনোদ বিলাস॥
স্রবতে চ তদাৰেতঃ প্রাণা পান বিসংশ্রিতে।
ক্ষিতি ৰাপ স্তথা তেজা বায়ুৰাকাশমেবচ ॥
উভয় সংযোগে যেবে বিন্দু পাত হয়।
ক্ষিতি ৰাপ তেজ বায়ু আকাশ মিলয় ॥
এহি পঞ্চভূতি দেহা হোৱয় বিকাশ।
হেনমতে হোৱে জানা শৰীৰ প্রকাশ॥
নাভিৰন্ধ্রে তদা বৎস ভ্রাম্যতে চ সমীৰণৈঃ।
কুম্ভকাৰ যথা চক্রে ঘটতে চ ঘটাদিকম্ ॥
তথা সমীৰণো গর্ভে ঘটতে প্রাণীনাং তনুং ॥
নাভিৰন্ধ্রে ভ্রমে বীজ সমীৰণ বেগে।
সঞ্চালিত হোৱে দেহ জানা সেহি চেগে ॥
কুম্ভকাৰ চক্রে যেন ঘট নির্ম্মাণয়।
হেনমতে গর্ভবায়ু জৰায়ু সৃজয় ॥
ৰক্তাধিকা ভবেন্নাৰী ভাবে চ্ছুক্রাধিকঃ পুমান্ ।
নপুংশক ততো জাতং সাম্যে চ ৰজবীজয়ো ॥

মাতৃৰক্ত অধিকেতে কন্যাজনময় ।
পিতৃৰ অধিক বীৰ্য্যে পুত্ৰ উপজয় ॥
ৰক্ত শুক্ৰ দুয়ো যদি হোৱয় সমান ।
হোৱে নপুংসক সিটো জানিবা সুজান ॥
কলনং চৈকৰাত্ৰেণ বুদ্বুদং পঞ্চমে দিনে ।
শোণিতং দশ ৰাত্ৰেণ মাংস পিণ্ড চতুৰ্দ্দশে ॥
হেনমতে ঘূৰিয়া ফুৰয় একৰাতি ।
অৱশেষে হোৱে জানা জৰায়ু আকৃতি ॥
পঞ্চদিনে হোৱে বীৰ্য্য বুদ্বুদ আকাৰ ।
দশৰাত্ৰে হোৱে তথা ৰক্তেৰ সঞ্চাৰ ॥
মাংস পিণ্ড হোৱে জানা চতুৰ্দ্দশ দিনে ।
কৰ্ম্মবন্ধে বন্ধজাৰ ভ্ৰমে অনুক্ৰমে ॥
মাসৈকপি চ সম্পূৰ্ণে মাংস পিণ্ডোহঙ্কোৰায়তে ।
আদৌ সঞ্জায়তে বীজো ব্ৰহ্মাণ্ডঃ সহ সাঙ্কুৰঃ ॥
পূৰ্ণ একমাসে মাংস পিণ্ডবৎ হয় ।
হস্ত পদ ইত্যাদিৰ অঙ্কুৰ জন্ময় ॥
এহিটো অঙ্কুৰ আদি বীজ ব্ৰহ্মাণ্ডৰ ।
কৈলো সাৱশিত কথা সৃষ্টি পাতনৰ ॥
তস্যমধ্যে সুমেৰুশ্চ কঙ্কাল দণ্ড ৰূপকঃ ।
চৰা চৰাণাং সৰ্ব্বেষাং দেবাদীনাং বিশেষতঃ ॥
তাৰ মধ্যে প্ৰকাশিবে কঙ্কাল সুমেৰু ।
প্ৰকাশিবে চৰাচৰ ভূতগণ আৰু ॥

দেবাদি আলয় তাতে আছে প্ৰতিষ্ঠিত।
বায়ুৰ সংযোগে গৰ্ভে বাঢ়ে প্ৰতিনিত।।

প্ৰদীপ কলিকাকাৰং জীবং হৃদি সদা স্থিতম্।
ৰজ্জুবদ্ধো যথা শ্যেনো গতোহপ্যাকৃষ্যতে পুনঃ।।

দীপ শিখাৰত জীৱ থাকন্ত হৃদয়ে।
এৰাইবাৰ শক্তি নাই পশি অভ্যন্তৰে।।

পায়ে ৰচি বন্ধা শ্যেন কিমতে পলাব।
ৰচিৰ সংযোগে পুনৰাপি লৰিব।।

মাসদ্বয়েতু সম্পূৰ্ণে মেদ শুক্ৰ প্ৰবৰ্ততে।
মজ্জাস্থিনী ত্ৰিভিৰ্মাসৈঃ কেশশ্চ চতুষ্টয়ে।।

দুইমাস পূৰ্ণে মেদ শুক্ৰ স্থিত হয়।
তিনি মাসে মজ্জা অস্থি জানিবা হোৱয়।।

চতুৰ্থ মাসতে কেশ চৰ্ম্মৰ বিকাশ।
এহিমতে ক্ৰমে ক্ৰমে হোৱয় প্ৰকাশ।।

কৰ্ণাক্ষি নাসিকা বক্ত্ৰং কণ্ঠোদৰঞ্চ পঞ্চমে।
শুক্ৰা দুৎপদ্যতে ৰক্তং ৰক্তাৰিদ্বিন্দু সমুদ্ভৱ।।

কাণ চকু নাক মুখ কণ্ঠ ও উদৰ।
পঞ্চম মাসেতে প্ৰায় সৰ্ব্ব কলেৱৰ।।

ক্ৰমে উপজয় শুক্ৰ শুক্ৰহন্তে তেজ।
তেজহন্তে উদ্ভৱ হোৱয় জানা বীজ।।

প্রাণতো বায়ুরুৎপন্নঃ কালাগ্নি স্যদ পানতঃ।
শুক্রতো নাড়ীকোৎপত্তিঃ শুক্রাদগ্নি সমুদ্ভবঃ॥
মাংসতশ্চ মলোৎপত্তির্ম্মজ্জা চাপি ততো ভবেৎ।
বায়ুনা প্রাণনিষ্পত্তিরপানাদগ্নি সম্ভব॥
শুক্রেনোৎপাদিতা জিহ্বা নাসিকা সর্ব্বদেহিনাঃ।
রক্তাদু ৎপদ্যতে শূন্যং ঘ্রাণরন্ধ্র দ্বয় তথা॥

প্রাণহন্তে হোরে বায়ু কহিলোঁহো সার।
অপানেতে হোরে জানা কালাগ্নি সঞ্চার॥
শুক্রহন্তে হোরে নাড়ী অগ্নির উৎপত্তি।
মাংসহন্তে মলমজ্জা জানা হোরে স্থিতি॥
বায়ুহন্তে প্রাণ অপানহন্তে অগ্নি।
জিহ্বা ও নাসিকা সৃষ্টি শুক্রহন্তে জানি॥
রক্তহন্তে দুই নেত্র হোরয় বিকাশ।
প্রাণহন্তে ঘ্রাণদ্বয় করন্ত প্রকাশ॥

ষষ্ঠেমুখং তথাপাদো সর্ব্বাঙ্গানিচ সপ্তমে।
সন্ধিঃ সম্পূর্ণতাং যাতি অষ্টমে মা সিবৈ ততঃ॥

ছয়মাসে মুখ পদ সম্পূর্ণ হোরয়।
সপ্তমেতে সর্ব্ব অঙ্গ কহিলোঁ নিশ্চয়॥
অষ্টম মাসেতে পূর্ণ হোরে গ্রন্থিগণ।
হেনমতে হোরে জানা শরীর গঠন॥

অণ্ডাধারস্তু কঙ্কানং আরভ্য গুহ্যমূলতঃ।
দ্বাত্রিংশজ জ্ঞান বিজ্ঞেয়া গ্রন্থিনো বর্ত্ততে সদা॥

অণ্ডাধাৰ কঙ্কাল যে গুহ্য মূলহন্তে।
আৰম্ভ কৰিয়া গ্রন্থি আছে যেন মতে॥
দ্বাত্রিংশত গ্রন্থি আছে শৰীৰ বিয়পি।
জ্ঞানমাৰ্গ বীণে আৰু নজানে কদাপি॥
বিচিত্র ৰহস্য দেহা বিধিৰ নিৰ্ম্মাণ।
জ্ঞানী বিনা জানা আৰু নজানয় আন॥

তস্যামধ্যেসদা সৰ্ব্ব নাভ্যন্তৃত্র ব্যৱস্থিতাঃ।
ঈড়া চ পিঙ্গলাচৈব সুষুম্না চ তৃতীয়িকা॥
গান্ধাৰী হস্তিজিহ্বা চ পুষাচৈব যসস্বিনী।
অলম্বুষা কুহুশ্চৈব শঙ্খিনী দশমী তথা॥

গ্রন্থিৰ মধ্যত নাড়ী আছয় প্রকটি।
প্রধানা যে দশনাড়ী কহিলোঁ সম্প্রতি॥
ভাগে ভাগে কৈবো জানা যাৰ যিবা নাম।
ঈড়া পিঙ্গলা যে আৰু সুষুম্না প্রধান॥
গান্ধাৰী হস্তিজিহ্বা পুষা আৰু যশস্বিনী।
অলম্বুষা কুহু আৰু দশমে শঙ্খিনী॥

অন্যাশ্চ নাড়ীকাঃ ক্ষুদ্রাঃ সহস্রাং দ্বিসপ্ততি॥

দ্বিসপ্ততি সহস্রনাড়ী আছে বিদ্যামান। ৭২০০ নাড়ী।
এৰ মধ্যে দশ নাড়ী জানিবা প্রধান॥

ইড়া চ বাম ভাগেতু দক্ষিণে পিঙ্গলা তথা।
ব্রহ্মৰন্ধ্রে সুষুম্না চ গান্ধাৰী বাম চক্ষুষি॥

ঈড়া বাম ভাগে স্থিতি দক্ষিণে পিঙ্গলা।
বাম চক্ষে গান্ধাৰী ৰে ব্ৰহ্মৰন্ধ্ৰেতে সুষুম্না ॥
দক্ষিণে হস্তিজিহ্বা চ পুষা চ কৰ্ণ দক্ষিণে।
বামে যশস্বিনী চৈব মুখেচালম্বুষা তথা ॥
কুহু চ লিঙ্গ মূলে চ শঙ্খিন শিৰশো পৰি ॥
এবং দ্বাৰং সমাবৃত্য তিষ্ঠন্তি দশ নাড়ীকা ॥
হস্তিজিহ্বা দক্ষিণ চক্ষুতে স্থিতি হয়।
পুষা নাড়ী কৰ্ণ দক্ষিণেতে জানা ৰয় ॥
বামকৰ্ণে যশস্বিনী নাড়ী কৰে স্থিতি।
মুখে অলম্বুষা নাড়ী কৰয় বসতি ॥
লিঙ্গমূলে কুহু নাড়ী জানিবা মনাই।
উপৰি মস্তক ভাগে শঙ্খিন ৰহয় ॥
এহিমতে দশ নাড়ী দেহে নিবসতি।
দশ দ্বাৰ ৰুদ্ধ কৰি হৈয়া আছে স্থিতি ॥
ক্ষিতিশ্চ বাৰি তেজশ্চ পবনাকাশ মেবচ।
স্থৈৰ্য্যং গতা ইমেপঞ্চ বাহ্যাভ্যান্তৰ এবচ ॥
অষ্টমাসে পঞ্চভূত জানা নিৰন্তৰ।
পঞ্চভূত দেহে স্থিতি বাহ্যঅভ্যন্তৰ ॥
অস্থি চৰ্ম্ম তথা নাড়ী লোম মাংসস্তথৈবচ।
এতেপঞ্চ গুণাঃ প্ৰোক্তাঃ পৃথিব্যাঞ্চ ব্যৱস্থিতা ॥
অস্থি চৰ্ম্ম নাড়ী ৰোম মাংসসমে পঞ্চ।
পৃথিবীৰ গুণ ইটো কহিলো প্ৰপঞ্চ ॥

## জীবুৎপত্তি

মলমূত্ৰং তথা শুক্ৰং শ্লেষ্মা শোণিত মেবচ
এতে পঞ্চ গুণাঃ প্ৰোক্তা আপস্তত্ৰ ব্যৱস্থিতা
জলহন্তে মল মূত্ৰ শুক্ৰ যে শোণিত।
শ্লেষ্মা সমে পঞ্চ গুণ হোৱে জানা স্থিত
ক্ষুধা তৃষ্ণা নিদ্ৰামোহং তথা কান্তি ৰেবচ।
এতে পঞ্চ গুণা প্ৰোক্তা স্তেজ স্থল ব্যৱস্থিতা।
ক্ষুধা তৃষ্ণা নিদ্ৰামোহ কান্তি পঞ্চ এই।
তেজৰ যে গুণ ইটা কহিলো নিশ্চয় ॥
বিৰোধাক্ষেপণা কুঞ্চ ধাবণং তৰ্পণং তথা।
এতে পঞ্চ গুণাঃ বৎস মাৰুতে চ ব্যৱস্থিতা ॥
বিৰোধ আক্ষেপ কুঞ্চ ধাৰণ তৰ্পণ।
এহি পঞ্চ জানিবাহা মাৰুতৰ গুণ ॥
ৰাগদ্বেষশ্চ মোহশ্চ ভয়ং লজ্জা তথৈবচ।
পঞ্চ দশ গুণাঃ প্ৰোক্তা সঞ্জাতশ্চ মুনিশ্বৰ ॥
ৰাগদ্বেষ মোহ ভয় লজ্জা আদি কৰি।
পঞ্চদশ গুণে দেহা আছয় আবৰি ॥
প্ৰাণা-পাণ সমানশ্চোদান ব্যানৌ চ বায়ব।
নাগ কুৰ্ম্মোহথ কৃকৰো দবদত্ত ধনঞ্জয় ॥
প্ৰাণ অপাণ ব্যাম সমান উদান।
এহি পঞ্চ বায়ু ভ্ৰমে দেহমধ্যে জান ॥
নাগ কুৰ্ম্ম কৃকৰ দেবদত্ত ধনঞ্জয়।
এহি দশ বায়ু প্ৰাণ কহিলো নিশ্চয় ॥

হৃদি প্ৰ ণা বসেন্নিত্য মপানো গুহ্য মণ্ডলে।
সমানো নাভিদেশে চ উদানঃ কণ্ঠ দেশতঃ।
ব্যান সৰ্ব্ব শৰীৰেতু প্ৰধানাঃ পঞ্চ বায়ৱ॥

হৃদয়ত প্ৰাণ বায়ু কৰে নিবসতি।
কৰয় অপাণ বায়ু গুহ্যত বসতি॥
নাভিত সমান বায়ু কণ্ঠত উদান।
সৰ্ব্ব শৰীৰত থাকে বায়ু নামে ব্যাণ॥
প্ৰাণ অপাণ ব্যাণ সমান উদান।
এহি পঞ্চ বায়ু হেতু ৰহি আছে প্ৰাণ॥

ব্ৰহ্মাণ্ডে যে গুণাঃসন্তি তে তিষ্ঠন্তি কলেবৰে।
পাতালং ভূধৰালোকা আদিত্যাদি নব গ্ৰহাঃ।
নাগাশ্চ সৰ্ব্ব দেহিনাং পিণ্ডমধ্যে ব্যৱস্থিতা॥

ব্ৰহ্মাণ্ডত যত গুণ আছে বিদ্যমান।
আছন্ত সমস্ত গুণ শৰীৰতো জান॥
পাতাল পৰ্ব্বত লোকালয় আদি কৰি।
আদিত্যাদি নব গ্ৰহ আছয় আবৰি॥
নাগ, খগ, চন্দ্ৰ, সূৰ্য্য দেহে নিবসতি।
চৌদ্ধয় ব্ৰহ্মাণ্ড দেহা মধ্যে হোৱে স্থিতি॥

পাদাধস্তুতলং বিদ্যা তদূৰ্দ্ধং বিতলং তথা।
জানুলোঃক সুতলঞ্চৈব তলঞ্চ সন্ধি বন্ধুকে॥
তলাতলং গুল্‌ফমধ্যে লিঙ্গমূলে ৰসাতলম্।
পাতালং কটি সন্ধৌ চ পাদাদৌ লক্ষয়ে দ্ধুধঃ॥

চৰণৰ নিম্ন ভাগে জানিবা অতল।
উৰ্দ্ধভাগ চৰণৰ মানিবা পাতাল॥
সুতল বুলিয়া দুই জানুক জানিবা।
জানুৰ সন্ধিক তল বুলিয়া মানিবা॥
গুল্‌ফমধ্যে তলাতল লিঙ্গে ৰসাতল।
কটিৰ সন্ধিত জানা কহিলোঁ পাতাল॥

ভূর্লোক নাভি দেশেতু ভুবোর্লোকাস্তদা হৃদি।
স্বর্লোকঃ কণ্ঠদেশতো মহর্লোকশ্চ চক্ষুষি॥
জনলোক স্তদূৰ্দ্ধঞ্চ তপোলোকো ললাতকে।
সত্য লোকশ্চ শিৰসৈঃ ভূবনানি চতুৰ্দ্দশঃ॥

নাভিমধ্যে ভূলোক যে হৃদয়ে ভূব লোক।
কণ্ঠেতে স্বলোক চক্ষুদ্বয়ে মহলোক॥
চক্ষুৰ কিঞ্চিত উৰ্দ্ধে জনলোক কয়।
ললাটত তপোলোক কহিলোঁ নিশ্চয়॥
মস্তকৰ ওপৰত সত্যলোক জান।
চতুৰ্দ্দশ ভূবন দেহে আছে বিদ্যমান॥

ত্রিকোণে চ স্থিতো মেৰু ৰুদ্র লোকে চ মন্দৰ।
কৈলাশো দক্ষিণে কোণে বাম কোণে হিমালয়।
বিন্ধ্যো বিষ্ণু স্তদূৰ্দ্ধে চ সন্ত্যেতে কুল পৰ্ব্বতা॥

উৰ্দ্ধ কোণে মন্দৰ যে ত্রিকোণেতে মেৰু।
কৈলাশ দক্ষিণে, বামে হিমালয় আৰু॥

তাহাৰ ঊৰ্দ্ধতে বিন্ধ্য বিষ্ণু আদি কৰি।
সমস্ত পৰ্ব্বতে দেহে আছন্ত আবৰি ॥
অস্থি স্থানে চ দ্ৰষ্টব্যো জম্বুদ্বীপো ধাৰস্থিতা।
মাংসেষু চ কুশদ্বীপাঃ ক্ৰৌঞ্চদ্বীপঃ শিৰসু চ।
শাক দ্বীপঃ পয়ো ৰক্তে প্ৰাণিনাং সৰ্ব্বসন্ধিষু ॥
তদূৰ্দ্ধং শাল্মলি দ্বীপং প্লক্ষশ্চ লোম সঞ্চয়ে।
নাভৌ চ পুষ্কৰ দ্বীপঃ সাগৰস্তদনন্তৰম্ ॥
অস্থিস্থানে জম্বুদ্বীপ মাংসে কুশ দ্বীপ।
শিৰা ক্ৰৌঞ্চ দ্বীপ জল ৰক্তে শাক দ্বীপ ॥
সন্ধিতে শাল্মলি দ্বীপ প্লক্ষদ্বীপ লোমে।
নাভিতে পুষ্কৰ দ্বীপ এহি অনুক্ৰমে ॥
সপ্ত দ্বীপ সপ্ত স্থানে আছে শৰীৰৰ।
সপ্তম সমুদ্ৰ আছে আত অনন্তৰ ॥
লবনোদস্তথা মূত্ৰে শুক্ৰে ক্ষীৰোদ সাগৰঃ।
মজ্জা দধিসমুদ্ৰশ্চ তদূৰ্দ্ধং ঘৃত সাগৰঃ ॥
বাৰিধিঃ কচ্চৰঃ প্ৰোক্তাঃ ইক্ষুসাৎকটি শোণিতে।
শোণিতেষু সুৰাঃ প্ৰোক্তাঃ খ্যাতা সাগৰ কীৰ্ত্তিতা।
মূত্ৰেতে লবণ শুক্ৰে ক্ষীৰ যে সাগৰ।
মজ্জাতে সমুদ্ৰ দধি চৰ্ম্মে ঘৃত ধৰ ॥
জিহ্বাতে জলধি ইক্ষুকটি শোণিতেতে।
ৰক্তেতে সমুদ্ৰ সুৰা জানা নিষ্ঠে নিষ্ঠে ॥

নাদ চক্রে স্থিতঃ সূর্য্যো বিন্দু চক্রে চ চন্দ্রমা।
লোচনে মঙ্গলঃ প্রোক্তা হৃদি সোমসুতস্তথা ॥
নাদ চক্রে সূৰ্য্যদেব চন্দ্রমা বিন্দুতে।
চক্ষুতে মঙ্গল গ্রহ বুধ হৃদয়তে ॥

উদৰে চ গুৰুশ্চৈব শুক্রে শুক্রস্তথৈ বচ।
নাভি চক্রে স্থিতো মন্দো মুখে ৰাহু স্থিতঃসদা।
পাদে নাভৌ চ কেতুশ্চ শৰীৰে গ্ৰহ মণ্ডল ॥
উদৰেতে বৃহস্পাতি শুক্রে শুক্র ৰয়।
শনি গ্ৰহ নাভি চক্রে কহিলো নিশ্চয় ॥
মুখে ৰাহু নাভি পদে কেতুৰ বসতি।
এহিমতে গ্রহগণ দেহে কৰে স্থিতি ॥

ভ্রুযুগলৰ মধ্যত যি সহস্র দল পদ্ম নিহিত আছে সেই ঠাইতে সূৰ্য্য, লিঙ্গ মূলত দ্বিদল, পদ্মৰ ওপৰত যি চক্র আছে সেই ঠাইত চন্দ্র আৰু হৃদয়ত বুধ, উদৰত বৃহস্পাতি, শুক্রতে শুক্র, নাভি চক্রত শনি মুখত ৰাহু, পদ ও নাভি উভয়তে কেতু গ্ৰহ এই প্রকাৰে শৰীৰত গ্ৰহ মণ্ডল বিদ্যমান আছে।

নবমে মাসি গৰ্ভস্থঃ সৰ্ব্বান্ সংস্মৰতে মনঃ।
নবদ্বাৰ পুৰে দেহী সময়াংশ্চ বিকাৰ কাণ্ ॥
সুখং দুঃখং শমং কৃত্বা ভূক্তঞ্চ হৃদয়ে নৃনাং।
সুকৃতং দুষ্কৃতঞ্চৈব যৎকৃত্যং পূৰ্ব্ব জন্মনি ॥
তৎ সৰ্ব্ব সফলং জ্ঞাত্বা উৰ্দ্ধপাদ স্তধোমুখঃ ॥

নৱম মাসেতে যেৱে গৰ্ভ পূৰ্ণ হয় ।
পূৰ্ব্বৰ সমস্ত কৰ্ম্ম স্মৰণ হোৱয় ॥
প্ৰবেশিয়া নৱদ্বাৰ দেহৰ ভিতৰে ।
সময় সাপেক্ষী জীৱ থাকে অভ্যন্তৰে ॥
উৰ্দ্ধপদ অধোমুখে থাকে নিৰন্তৰ ।
মাতৃৰস ভুঞ্জি জীৱ গৰ্ভৰ ভিতৰ ॥

অভ্যাসামি শিবং জ্ঞানং সংসাৰাৰ্ণৱতাৰণম্ ।
চিৰযোগী ততো ভূত্বা মুক্তো যাস্যামিতৎক্ষণাৎ ॥

কৰয় প্ৰতিজ্ঞা গৰ্ভ শঙ্কটে পৰিয়া ।
অভ্যাসিব শিৱজ্ঞান ইবাৰ জন্মিয়া ॥
গৰ্ভবন্ধ এৰাইবোহো চিৰযোগী হয় ।
ইমত ভাবিয়া জীৱ গৰ্ভত থাকয় ॥

গৰ্ভেতু সুপ্ৰবিষ্টেতু তিমিৰে ঘোৰ দৰ্শনে ।
যদি মাতা সুখং ভুঙক্তে অন্নপানাদিকং ততঃ ॥
জনন্যা নাভি দেশেতু মুখং দত্বা পিবত্যসৌ ।
ততো জীৱতি গৰ্ভস্থসো হ্যন্যথা মৰণং ভবেৎ ॥

অন্ধকাৰ গৰ্ভ মধ্যে কষ্টেতে থাকয় ।
মাতৃ যদি সুখ ভুঞ্জে জীৱই ও ভুঞ্জয় ।
সেহিকালে মাতৃ যিবা অন্নপান কৰে ।
নাভিৰ সংযোগে পশে শিশুৰ উদৰে ॥
ইমতে আহাৰ যদি খাইবাক নোৱাৰে ।
অৱশ্য মৰিব শিশু মাতৃৰ উদৰে ॥

এতস্মিন্নন্তৰে বৎস বিশেষাং গৰ্ভ শঙ্কটে।
নিঃসাৰ্য্যন্তে তদা বালঃ প্ৰৱলৈ সুতিমাৰুতৈঃ ।।
পতিতো হপি ন জানাতি মুৰ্চ্ছিতোহপিতশ্চ্যুত।
সূতি বাত গভীৰেণ যোনিৰন্ধ্ৰস্য পীড়নাৎ।
বিস্মৃতং সকল জ্ঞানং গৰ্ভে যচ্চিন্তিতং হৃদি।
যথা ভবতি জন্তেষু সূতি ভূতেষু পীড়নাৎ।
মাতৰং স্মৰতে নিত্যং বুভূক্ষা দৃঢ় ৰোদনঃ।
সূতিকা বায়ুৰ বেগ সহিতে নপাৰি।
মূৰ্চ্চিত হইয়া পৰে ভূমিৰ ওপৰি॥
কৈৰহন্তে আসিআছে হয় বিস্মৰণ।
বিশেষত কষ্ট পায়া যোনিৰ পীড়ন॥
যিবা চিন্তা কৰিছিল গৰ্ভৰ ভিতৰ।
অভ্যাসিবো শিৱজ্ঞান আমি নিৰন্তৰ॥
ভূমিষ্ঠহইব মাত্ৰ যাই পাহৰিয়া।
ৰোদন কৰয় শিশু! বুভূক্ষু হইয়া॥
সিটোকালে মহামায়া জ্ঞানক হৰয়।
সমষ্ট পাহৰি জীৱে মাতৃক স্মৰয়॥
পঞ্চৈতান্যপি সৃজন্তে গৰ্ভস্থ স্যৈবে দেহিনঃ।
আয়ুক চ বিতঞ্চ বিদ্যা নিধন মেবচ।
আয়ুকৰ্ম্ম বিত বিদ্যা আৰৱ মৰণ॥
গৰ্ভমধ্যে এহি পঞ্চ হয় নিৰ্দ্ধাৰণ।
তৎক্ষনাদেব গৃহ্নাতি শৰীৰমাতি বাহিকং॥
কেবলং তন্মনুষ্যানাং নান্যেষাং প্ৰাণিনাং কচিৎ।

মৃত্যুমাত্ৰে প্ৰেত দেহা কৰয় ধাৰণ।
কেৱল মনুষ্য মাত্ৰ ইহাৰ কাৰণ।
অপৰ প্ৰাণীৰ এহি প্ৰেত দেহা নাই
শাস্ত্ৰৰ সম্মত ইটো কহিলোঁ নিশ্চয়।
প্ৰেত দেহমিতি প্ৰোক্তং ক্ৰমাদেব ন সংশয়।
ততঃ সপিণ্ডীকৰণে বান্ধবৈ সংকৃতে নৰৈঃ।
পূৰ্ণ সংবৎসৰে দেহমতোহন্যং সংপ্ৰপদ্যতে।
ততঃ স নৰকে যাতি স্বৰ্গে বা স্বেন কৰ্ম্মনা ॥
যাবত সপিণ্ডী কৰ্ম্ম কৰে পুত্ৰগণ।
তেবে অন্য দেহা ধৰে প্ৰতাত্মা মোচন।
বছৰেক এহিমতে ৰৈব প্ৰেত হৈয়া।
প্ৰেতদেহা বিমোচাইব সংকৃতি কৰিয়া।
পুনৰপি অন্যদেহা কৰিব ধাৰণ।
ইহাৰ সহায়ে জীৱে কৰিবে গমন।
সুকৰ্ম্মৰ ফলে স্বৰ্গ কৰিব বসতি।
অথবা কুকৰ্ম্ম ফলে যাবে অধোগতি ॥

ন মাহ হলেই গৰ্ভ পূৰ্ণ হয়। সেই সময়ত গৰ্ভস্থ সন্তানৰ পূৰ্ব্ব জন্মৰ সকলো স্মৰণ থাকে। মাতৃৰ উদৰত ওপৰলৈ ভৰি আৰু তললৈ মূৰ কৰি থাকি অতি কষ্ট পোৱা বাবে গৰ্ভস্থ জীৱই এই বাৰ জন্ম ধৰি পৰম ব্ৰহ্মক আৰাধনা কৰি গৰ্ভ শঙ্কটৰ পৰা পৰিত্ৰাণ পাবৰ বাবে প্ৰতিজ্ঞা কৰে। যেতিয়া প্ৰসৱ বায়ুৰ উৎপীড়ন আৰু যোনিৰ চেপাত কষ্ট পায় ভূমিষ্ঠ হোৱা মাত্ৰেই

গৰ্ভত চিন্তা কৰা আটাইবোৰ কথাই পাহৰি যায়। সেই সময়তে জীৱক মহামায়াই আবৰি ধৰে ভূমিষ্ঠ মাত্রেই বুভূক্ষু হৈ মাকক স্মৰণ কৰে।

মৃত্যু মাত্রেই মনুষ্যৰ অতিবাহিক দেহা প্ৰাপ্ত হয় ইয়াকেই প্রেত দেহা বোলে। যেতিয়ালৈকে সপিণ্ডীকৰণ নহয় তেতিয়ালৈকে এই প্রেত দেহা লৈ জীৱই অপেক্ষা কৰি থাকে। পূর্ণ সম্বৎছৰত সপিণ্ডীকৰণ হলেই প্রেত দেহা পৰিত্যাগ কৰি অন্য দেহা ধাৰণ কৰে। এই দেহাৰ সহায়তে কৰ্ম্মফল অনুসৰি স্বৰ্গ বা নৰকগামী হয়। এই অতিবাহিক দেহা কেৱল মনুষ্য মাত্রৰ হে আছে। অন্য প্ৰাণীৰ এই দেহা নাই।

দেবত্বমথ মানুষ্যং পশুত্বং পক্ষীতাং তথা।
কৃমিত্বং জঙ্গমাদ্যাশ্চ পক্ষিণঃ পশবো নৰাঃ॥

জীৱই নিজ কৰ্ম্মফলৰ দ্বাৰা দেহত্ব, মনুষ্যত্ব, পশুত্ব, পক্ষীত্ব, কৃমিত্বঃ আৰু স্থাবৰত্ব দেহা প্ৰাপ্ত হয়।

জায়ন্তে চ ম্রিয়ন্তে বা সংসাৰে দুঃখ সাগৰে।
কৰ্ম্মনা জায়ন্তে জন্তু কৰ্ম্মনৈব প্রলীয়তে॥

স্থাবৰ জঙ্গম পশু-পক্ষী সকলোৱেই সংসাৰ দুখ সাগৰত জন্ম মৃত্যু ভোগ কৰে। কৰ্ম্মৰ দ্বাৰাই জীৱ উৎপন্ন হয় আৰু কৰ্ম্মৰ দ্বাৰাই বিলীন হয়।

চৰাচৰ মিদং সৰ্ব্বং কৰ্ম্মাত্মকং সুনিশ্চয়ঃ।
মাতা কাৰ্য্য পিতা কৰ্ম্ম কৰ্ম্মৈবপৰমো গুৰুঃ॥

এই চৰাচৰ সমস্তই কৰ্ম্মাত্মক আনকি পিতা-মাতা গুৰুও নিজ কৰ্ম্মৰ হে ফল। একমাত্ৰ কৰ্ম্মৰ দ্বাৰাই হে জীৱই স্বৰ্গ বা নৰক ভোগ কৰে।

সুখ দুঃখ মৱৈ স্বীয়ৈঃ পূন্য পাপৈঃ নিয়ন্ত্ৰিতঃ ।
তত্তজ্জাতিযুতং দেহং সম্ভোগঞ্চ স্বকৰ্ম্মজং ॥

প্ৰাণীয়ে সুখ-দুখ নিজৰ কৃত্য পূন্য বা পাপ কৰ্ম্মৰ ফলত সেই সেই জাতিযুক্ত দেহ ধাৰণ কৰি স্বকৰ্ম্মৰ ফল ভোগে ।

অত্ৰজন্ম সহস্ৰেষু সহস্ৰৈৰপি তাপস।
কদাচিল্লভতে জন্মৰ্ম্মানুষ্যং পূণান্য সঞ্চয়াৎ।

সহস্ৰ জন্মৰ মাজত কোনো এক জন্মত, সহস্ৰ মনুষ্যৰ মাজত কোনো এজনে পূণ্যৰ বলত দুল্লৰ্ভ মনুষ্য জন্ম লাভ কৰে ।

সম্পদং স্বপ্নসঙ্কাশং যৌৱনং কুসুমোপমং ।
তৰিদ্বৎ পৰমায়ুশ্চ যস্য জ্ঞানলতা ধৃতিঃ।

যাৰ জ্ঞানলতা ধৃতি হৈছে তেওঁ পাৰ্থিব সম্পদক স্বপ্নৰ নিচিনা, পৰমায়ুক তড়িতৰ দৰে ক্ষণস্থায়ী বুলি ভাবে।

চতুৰশীতি লক্ষেষু শৰীৰেষু শৰীবিনাং।
নমানুষং বিনান্যত্ৰ তত্ত্বজ্ঞানস্তু লভ্যতে ॥

চৌৰাশি লক্ষ যোনি পৰিভ্ৰমণ কৰিলেও মনুষ্য জন্মৰ বাহিৰে তত্ত্বজ্ঞান লাভ নহয় ।

প্রভবং সর্ব্বদুঃখানামাশ্রয়ং সকলা পদাং।
আলয় সর্ব্ব পাপানাং সংসারং বর্জ্জয়েৎ ধ্রুবং ॥

এই সংসাৰেই সকলো দুখৰ আকাৰ আৰু পাপৰ আলয়। অতএব এই সংসাৰ পৰিত্যাগ কৰিবলৈ যত্ন কৰিব লাগে।

অপত্যং মে কলত্রং মে ধনংমে বান্ধবাশ্চ মে।
জপন্তমিতি মর্ত্যস্তুমর্তি কাল বৃকোদৰঃ।

মোৰ লৰা, মোৰ তিৰোতা, মোৰ ধন, মোৰ বন্ধু-বান্ধৱ বুলি প্ৰলাপ বকোঁতা মানুহক কাল বৃকোদৰে গিলি থৈছে।

পৃথিবী দহ্যতে যেন মেৰুশ্চাপ বিশীৰ্য্যতে।
শুষ্যতে সাগৰ জলং শৰীৰে বপি কা কথা ॥

যি কালে পৃথিবীক দগ্ধ কৰিছে, সুমেৰু পৰ্ব্বতকো ছিন্ন-ভিন্ন কৰিছে, সাগৰৰ জলকো শুহিছে সেই কালে যে দেহীৰ দেহক ধ্বংশ কৰিব তাত কি আচৰিত আছে।

মোহপাশময়ৈ পাশৈৰ্যো বদ্ধোহি তিষ্ঠতি।
স্ত্ৰী ধনাদিষু সংসক্তো মুচ্যতে ন কদাচন ॥

স্ত্ৰী, ধন আদিতে আসক্ত হৈ যি মোহপাশত আবদ্ধ হৈ আছে, সি আৰু এই জন্মত দুশ্চেদ্য পাশৰ পৰা মুক্ত হব নোৱাৰে।

দ্বে পদেমোক্ষ বন্ধায় নিৰ্ম্মমেতি মমেতি চ।
মমেতি বধ্যতে জন্তুৰ্ণ মমেতি ম বধ্যতে॥

মমতাৰ দ্বাৰা জীৱ বদ্ধ থাকে। এই মমতাক পৰিত্যাগ কৰিব

পাৰিলেহে মুক্ত হব পাৰে।

কৃত্বা পাপ বিনিৰ্ভিন্নং সিক্তং বিষয় সৰ্পিষা।
ৰাগদ্বেষানলৈঃ পক্কং মৃত্যুৰশ্নাতি মানবং।
স্বদেহমপি জীবোহয়ং ত্যক্ত্বাযতি মুনিশ্বৰ।
স্ত্ৰীমাতৃ ধনপুত্ৰাদি সম্বন্ধং কেন হেতুনা।

বিষয় ঘৃতত তিতি থকা হিংসা আৰু ক্ৰোধত পকি থকা মানুহক পাপৰ দ্বাৰা মৃত্যুৱে গ্ৰাস কৰে। মৃত্যুৰ সময়ত জীৱই নিজৰ দেহকো পৰিত্যাগ কৰি যায় তেন্তে স্ত্ৰী, মাতা, ধন, পুত্ৰাদিৰ লগত আত্মাই কি সম্বন্ধ স্থাপন কৰিব। কিয়নো এই এটাইবোৰ ক্ষণস্থায়ী মাত্ৰ।

শতং জীৱতি অত্যল্পনিদ্ৰা তস্যাৰ্দ্ধহাৰিণী।
বাল্যৰোগ জৰা দুঃখৈৰ্ব্বন্ধং তদপি নিষ্ফলং।
দুঃখমূলো হি সংসাৰ স যস্যাস্তি স দুঃখিতঃ।
তস্য ত্যাগঃ কৃতো যেন স সুখানাং পৰঃ মুনে॥

মনুষ্য এশ বছৰেই জীয়াই থাওক বা অল্পায়ুয়েই হওক, তাৰ জীৱনৰ আধা সময় নিদ্ৰাত যায় বাকী সময়ও লৰা কাল ৰোগ জৰাও দুখতে নষ্ট হয়। দুৰ্ল্লভ জীৱনৰ প্ৰায় সময় বিফলতেই যায়। এই সংসাৰেই দুঃখৰ মূল। গতিকে যি সংসাৰী তেওঁৱেই দুঃখী, যি ইয়াকে ত্যাগ কৰিব পাৰিছে তেৱেঁই হে সুখী, অন্য সুখী হব নোৱাৰে।

প্ৰভাতে মল মূত্ৰাভ্যাং মধ্যাহ্নে ক্ষুৎপিপাসয়া।
ৰাত্ৰৌ মদন নিদ্ৰাভ্যাং বাধ্যন্তে মানবাঃ সদা॥

দিব্যৌষধং ন সেবন্তে মহাব্যাধি বিনাশনং।
তদ্ব্যাধি বৰ্দ্ধনাপথ্য কুৰ্ব্বতি বহু ভেষজং ॥

পুৰা মল-মূত্ৰৰ দ্বাৰা, মধ্যাহ্নত ক্ষুধা, তৃষ্ণাত, ৰাতি মদন আৰু নিদ্ৰাত সদায় মনুষ্যগণ পীড়িত। তথাপি মহাব্যাধি বিনাশক মহৌষধ সেৱন নকৰে। বৰঞ্চ সংসাৰ ব্যাধি বৰ্দ্ধক বহুত কু-পথ্য হে সেৱন কৰি থাকে।

সুকৰ্ম্ম ফলদং হিত্বা দুষ্কৰ্ম্মাণি কৰোতি যঃ।
কাম ধেনুং সমাক্ৰম্য হ্যৰ্কক্ষীৰং স মাৰ্গতে।

যি নৰে সু-কৰ্ম্ম পৰিত্যাগ কৰি দুষ্কৰ্ম্মৰ হে অনুষ্ঠান কৰে তেওঁ কাম ধেনু পৰিত্যাগ কৰি আকণ গছৰ ওচৰত গাখীৰৰ প্ৰাৰ্থনা কৰে।

অনিত্যানি শৰীৰাণি বিভৱো নৈব শাশ্বতঃ।
নিত্যং সন্নিহিতো মৃতুঃ কৰ্ত্তব্যো ধৰ্ম্ম সঞ্চয় ॥

এই দেহা অনিত্য পাৰ্থিব বিভৱবিলাকো বিনশ্বৰ কিন্তু, মৃত্যু নিশ্চিত সদায় ওচৰত আছে অতএব ধৰ্ম্ম সঞ্চয় কৰাটোৱেই মানুহৰ কৰ্ত্তব্য।

অধ্ৰুবেন শৰীৰেণ প্ৰতিক্ষণ বিনাশিনা।
যো ধ্ৰুবং নাৰ্জ্জয়েৰ্দ্ধৰ্ম্মং সমৰ্ত্ত্যো মূঢ়চেতনঃ।

এই দেহা যে বিনাশী তাক জানিও যি নৰে ধৰ্ম্ম অৰ্জ্জন নকৰে সেই মূঢ়মতি মানৱৰ কি গতি হব।

নামূত্ৰ হি সহায়াৰ্থং পিতা মাতা চ গচ্ছতি।
নাপি পুত্ৰো নবা জ্ঞাতি ধৰ্ম্ম স্তিষ্ঠতি কেবলং।

পৰকালৰ বাবে পিতা-মাতা পুত্ৰ বা জ্ঞাতি কোনেও সহায় কৰি যাব নোৱাৰে। কেৱল ধৰ্ম্মই হে মাত্ৰ সহায় থাকিব।

ৰাজতঃ শলিলাদগ্নে শ্চৌৰতঃ স্বজনাদপি।
ভয়মৰ্থৱতাং নিত্যং মৃত্যোঃ পাপ কৃতা মিব॥

পাপীয়ে যেনেকৈ মৰিবলৈ ভয় কৰে সেইদৰে ধনীয়েও ৰজা, চোৰ আৰু জ্ঞাতিৰ প্ৰতি সদায় ভয় কৰে।

স্বকাৰ্য্য মদ্য কুৰ্ব্বীত পূৰ্ব্বাহ্ণে চাপৰাহ্নিকং।
নহিপ্ৰতীক্ষতে মৃত্যু কৃতমস্য নবাকৃতং।

অতএব মানুহে পাচদিনাৰ কাম আগদিনাই, দুপৰীয়াৰ কাম পুৱাই কৰিব লাগে; কিয়নো মৃত্যুৱে কাম হল বা নহল তাৰ বাবে প্ৰতিক্ষা নকৰে।

কৰ্ম্মনা মনসা বাচা যঃ কৰ্ম্মনিৰতঃ সদা।
অকলাকাঙ্ক্ষি চিত্তো যঃ সমোক্ষমধিগচ্ছতি॥

যি নৰে ফল বাসনা ত্যাগ কৰি শৰীৰ, মন ও বাক্যৰ দ্বাৰা কৰ্ম্মৰ অনুষ্ঠান কৰে তেওঁৱেই মুক্তিভাগী হব পাৰিব।

ত্ৰিবিধং নৰকস্যেদং দ্বাৰ নাশনমাত্মনঃ।
কাম ক্ৰোধস্তথা লোভস্তস্মাদেত এয়ং ত্যজেৎ॥

কাম, ক্ৰোধ আৰু লোভ এই তিনিটাই নৰকৰ দ্বাৰ স্বৰূপ, এই তিনিৰো দ্বাৰাই জীৱই আত্মনাশমূলক নীচ যোনিত জন্ম ধৰে। অতএব এই তিনিওটকে নিতান্ত পৰিহাৰ কৰা কৰ্ত্তব্য।

—০ঃ×ঃ০—

# মুক্তি

শিষ্যঃ—প্ৰভু! জীৱৰ মুক্তি হয় কেনেকৈ? আৰু কিহক নো মুক্তি বোলে?

গুৰুঃ— বাপু! প্ৰাণী মাত্ৰেই সংসাৰ ৰূপ কৰ্ম্মক্ষেত্ৰত কৰ্ম্মত লিপ্ত থাকি, কৰ্ম্মৰ ফল বাঞ্ছা কৰি অপেক্ষা কৰি থাকে। তাতেই মায়াৰ উৎপত্তি হয়; এই মায়াকে ছেদ কৰিব পাৰিলেই মুক্তি, তাকে কৰিব নোৱাৰিলেই অধোগতি হয়।

শিষ্যঃ— প্ৰভু! মায়া নো কি? কৰ্ম্মৰ দ্বাৰা ইয়াৰ উৎপত্তি হয় কেনেকৈ?

গুৰুঃ— পিতা-মাতা, লৰা-ছোৱালী, তিৰুতা, ধন-সম্পত্তি এই আটাইবোৰেই কৰ্ম্ম, এই অটাইবোৰৰ পৰাই মায়াৰ উৎপত্তি হয়। ই নিয়তিৰ বিধান, সাজি লোৱা বস্তু নহয়। এই মায়াপাশেই প্ৰাণী মাত্ৰকে বান্ধি থৈছে। যি এই পাশ ছিঙিব পাৰিছে তেওঁৱেই জীৱনমুক্ত।

শিষ্য— প্ৰভু! মায়াপাশ কেনেকুৱা, ই কেনেকৈ প্ৰাণীক বান্ধি থৈছে? কি উপায় কৰি নো এই পাশৰ পৰা মুক্ত হব পাৰি? অনুগ্ৰহ কৰি সকলোখিনি উপায় দাসক বুজাই দিয়ক?

গুৰু— মোৰ ল'ৰা, মোৰ তিৰোতা, মোৰ মাটি, মোৰ ধন এইদৰে ভাবোতেই এটা মোহ জন্মে, এই মোহকে মায়া বোলে। এই মায়াই আঠ প্ৰকাৰৰ,—

ঘৃণা লজ্জা ভয়ং শোকং জুগুপ্সা চেতি পঞ্চমী।
কুলং শীলং তথা জাতি ৰষ্টোপাশঃ প্ৰকীৰ্ত্তিতা ॥

ঘিণ লগা, লাজ লগা অৰ্থাৎ নকৰিবলগীয়া কাম কৰি অপমান বোধ কৰা, ভয় লগা, শোক অৰ্থাৎ আত্মীয় বা বন্ধু বান্ধৱৰ বিচ্ছেদৰ বাবে মনত বেজাৰ লগা, জুগুপ্সা লোকে নিন্দা কৰিব বুলি অপমান বোধ কৰা এই পাঁচ বিধ হৈছে বৃত্তি। আৰু কুল—অৰ্থাৎ বংশৰ অভিমান-শীল, চৰিত্ৰৰ আৰু জাতি অৰ্থাৎ জাতৰ প্ৰতি অভিমান এই আঠ প্ৰকাৰে মায়াৰ পাশত মানুহ বন্দী হৈ থাকে। যি এই আঠ প্ৰকাৰৰ মায়া জৰীৰ পৰা মুক্ত হৈ থাকিব পাৰিব তেওঁ এই জীৱন মুক্ত বুলি জানিবা।

**শিষ্যঃ**— প্ৰভু! আত্মীয় বিচ্ছেদ হলে কেনেকৈ শোক নকৰি পাৰিব। যি কেচুৱাৰ আধা-ফুটা মাতে মাক-বাপে-কক হে নেলাগে দেখা শুনাকো মৰম লগাই তেনে ল'ৰাৰ বিচ্ছেদত শোক নকৰি পাৰিব কেনেকৈ? যি লৰাৰ ওপৰতে ভগৱৎ সৃষ্টিৰ ভাৰসা আৰু যি লৰাৰ যহতে মুক্তিৰ আশা; বুঢ়া হলে এমুঠি খুৱাব, মৰিলে মুখৰ চাই মাটি গুচাব তেনে লৰাৰ প্ৰতি যদি মায়া এৰিব লগা হয়, তেনে তেওঁ জানো অকৃতজ্ঞ নহব।

**গুৰুঃ**— বাপু! তুমি ভুল বুজিছা, সিহঁতৰ পৰা অকৃতজ্ঞ হবৰ কথা কোৱা নাই। সিহঁতক মৰম কৰাটো তোমাৰ কৰ্ত্তব্য, তুমিও কৰিবই লাগিব। তাকে নকৰিলেহে অকৃতজ্ঞ

হব লাগিব। কিন্তু, ভাবি চাবা কেচুৱাই তোমাক হাঁহি মাতি দেখুওৱাৰ উদ্দেশ্য হৈছে সিহঁতে তোমাৰ পৰা কাম হে আদায় কৰি লৈছে। সিহঁতে তোমাক মৰম লগোৱা বাবেহে তুমিও মৰম কৰিছা। যদি গৰ্ভতে মৰি আহিল হেঁতেন তেনে লৰাৰ বাবে জানো কাৰবাৰ মৰম লাগে। এতিয়া সিহঁতক কোলাত লৈ চুমা খাই কিমান যে মৰম কৰা, যেতিয়া লাহে লাহে ডাঙৰ হৈ আহে তেতিয়া আৰু কোলাত লবলৈ, চুমা খাবলৈ স্বভাৱিকতে তোমাৰো মন নেযায়। সিহঁতেও তেনে কৰিলে লাজ হে পায়। এইবিলাক হৈছে ইন্দ্ৰিয়ৰ কাম, ইন্দ্ৰিয়ই কৰক তাত একো লোকচান নাই। কিন্তু, মন তাত লিপ্ত থাকিব নেলাগে। তেতিয়া মায়াই বৰকৈ পীড়িব নোৱাৰে। চোৱাচোন, যি লৰা-ছোৱালীৰ নিমিত্তে প্ৰাণ পৰ্য্যন্ত দিব পৰা অনেক মাক-বাপেক আছে তেওঁলোকেও ভাবি চাব লাগে যে যি লৰাৰ বাবে মৰণকো ভয় নকৰি সিহঁতৰ উপকাৰ কৰিবলৈ যওঁ, সেই লৰাই যদি বা-বোৱাৰী আনি তোমাৰ প্ৰতি অনাস্থা হয়, তোমাক এৰি পৃথক হৈ যায় তাৰ বাবে কি কৰিবা।

জীয়েৰ জনী জানো তোমালোকৰ তেজ বীৰ্য্যৰেই নহয়, তথাপি তাইৰ প্ৰতি মায়া কিছু কম, কিয়নো জী মাত্ৰেই পৰৰ বুলি জানি মনক প্ৰবোধ দিব পাৰো যে এদিন নহয় এদিন লোকৰ হাতত সপি দিব লাগিব।

কাজেই তাইৰ প্ৰতি ইমান মায়া লগোৱাৰ আৱশ্যক নাই।

যদি পোটোক কোনোবাই মাৰিবলৈ আহে তেতিয়া তুমিও তাৰ সহায়ৰ বাবে সাজু হোৱা। জীয়েৰ জনীক যদি জোঁৱায়েৰে আগতে কিলাই থাকে তেতিয়া তুমি কবা যে পূৰ্ব্বেই পৰৰ এতিয়া আৰু মোৰ তাইত কি স্বৰ্ত্ত আছে। মৰে তাৰ লোকচান। কিন্তু এইটো হলে ভাবি নোচাৱা যে জীজনীক যেনেকৈ জোঁৱাইৰ হাতত এৰি দিলে, পোটোক সেই দৰে বোৱাৰীৰ হাতত এৰি দিব নোৱাৰোঁ।

শিষ্য ঃ—প্ৰভু! লৰাই যে মোৰ অবিহনে মোৰ ঘৰখন চলাব, অন্তিমত গতি দিব।

ততঃ সপিণ্ডীকৰণে বান্ধবৈ সৎকৃতেনবৈঃ।

বন্ধু-বান্ধৱ, জ্ঞাতি-কুটুম গোটাই সৎকৃত্যৰ দ্বাৰা সপিণ্ডী কৰ্ম্ম কৰিলেহে মধ্যো গতি পাম। তেনে লৰাৰ প্ৰতি কেনেকৈ নিষ্ঠুৰ ব্যৱহাৰ কৰিব পাৰি।

গুৰু ঃ— বাপু! যি কৈছা সঁচা কথা। তিল, কাঞ্চন, দান, বৈতৰণী বৃষোৎসৰ্গ আদি সৎকৰ্ম্ম কৰিলে তোমাৰ প্ৰেত দেহাহে বিমোচন হব। তোমাৰ অৰ্জ্জিত কৰ্ম্ম-ফলৰ দ্বাৰাহে তুমি স্বৰ্গ বা নৰকগামী হবা। সপিণ্ডী কৰ্ম্মৰ দ্বাৰা তোমাক স্বৰ্গ বা নৰকলৈ পঠাব নোৱাৰে। গীতত শ্ৰীভগবানে এইদৰেহে কৈছেঃ—

মনুষ্যানাং সহস্ৰেষু কশ্চিদ যততি সিদ্ধয়ে।
যততামপি সিদ্ধানাং কশ্চিন্মাং বেত্তি তত্বতঃ ॥

হেজাৰ হেজাৰ মনুষ্যৰ মাজত কোনো এজনেহে পূৰ্ব্ব জন্মৰ আৰ্জ্জিত পূণ্য ফলে জ্ঞান পাবলৈ যত্ন কৰে; সেইদৰে হেজাৰ হেজাৰ যত্ন কৰোঁতাৰ ভিতৰত কোনো এজনেহে পৰমাত্মাৰ স্বৰূপ জানিব পাৰে। আত্মাৰ উন্নতিৰ নিমিত্তে কৰিবলৈ যোৱা কামত তোমাৰ কেনেকৈ নিষ্ঠুৰতাৰ পৰিচয় হব। তুমি যি পুত্ৰৰ পৰা পিণ্ড পাবৰ আশা কৰা যদি সেই ল'ৰাই তোমাৰ পৰা পৃথক হৈ তোমাক শত্ৰুৰ দৰে ব্যৱহাৰ কৰে তেতিয়া তুমি পূৰ্ব্বৰ পুত্ৰৰ প্ৰতি কৰা স্নেহ-মমতাৰ কথা সোঁৱৰি অনুতাপ হে পাব লাগিব। যদি তাকে নকৰি জীজনীক যেনেকৈ জোঁৱাইৰ হাতত সপি দি তাইৰ প্ৰতি তোমাৰ কৰ্ত্তব্যৰ শেষ হল বুলি মনক প্ৰবোধ দিব পাৰা; সেইদৰে পোকো বোৱাৰীৰ হাতত সপি দি তোমাৰ কৰ্ত্তব্য শেষ হৈছে বুলি আশ্বস্ত থাকিব পাৰিলেই মায়াপাশে তোমাক বান্ধিব নোৱাৰে।

শিষ্য :—প্ৰভু! তিৰোতা যে পুৰুষৰ অৰ্দ্ধাঙ্গিনী আৰু যি তিৰোতাৰ বাবেহে ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ সাধন হয় তেনে তিৰোতাৰ প্ৰতি যদি মায়া এৰিব লগা হয় তেনেহলে দেখোন ধৰ্ম্ম বিৰোধীহে হব লাগিব।

গুৰু :— বাপু! তোমাক তিৰোতাৰ প্ৰতি ধৰ্ম্ম বিৰোধী আচৰণ কৰিবলৈ কোৱা নাই। দয়া কৰিলেই ধৰ্ম্ম কৰা হব। কিয়নো, "দয়ায়ে মুৎপত্ত্যো ধৰ্ম্ম।" তিৰোতাৰ প্ৰতি নিৰ্দ্দয়

হবলৈ কোৱা নাই, মাত্ৰ ইয়াকেহে কৈছো যে মোহ পৰিত্যাগ কৰিব পাৰিলে মায়া জৰীৰ বান্ধ ছিঙি মুকলি হৈ থাকিব পাৰিবা।

**শিষ্য :—** প্ৰভু! তিৰোতা যে পুৰুষৰ আশ্ৰিতা, আশ্ৰয় নেপালে তিৰোতা জাতি জীয়াই থাকিবই বা কেনেকৈ? তিৰোতা নহলে এই সংসাৰেই মৰুভূমি হব। তিৰোতাহে পুৰুষৰ শক্তি, শক্তি নহলে পুৰুষেই বা কেনেকৈ জীয়াই থাকিব?

**গুৰু :—** সঁচা কথা, তিৰোতা জাতি শক্তি স্বৰূপা আৰু সনাতন ধৰ্ম্মৰ জন্ম-দাত্ৰী, মায়া স্বৰূপিনী। এই মায়াক পৰিহাস কৰিবৰ ক্ষমতা কাৰ আছে। কিন্তু, ভাবি চাইছানে যে এই তিৰোতাই শক্তিদাত্ৰী ও শক্তি হাৰিনীয়ো। সেই দেখিয়েই "চণ্ডীদাসে" দোহাৱলীত এইদৰে লিখিছিল।

দিন্‌কা মোহিনী ৰাত্‌কা বাঘিনী
লহুপৰাণ কা চোষে।
ইচন্‌ কা বাঘিনী দুনীয়ামে
কোন নাই জান্‌তা তবু
ঘৰ ঘৰ বাঘিনী পোষে॥

সৃষ্টিকৰ্ত্তাই তিৰোতাক মোহিনী ৰূপেৰে জগত মোহিবলৈকে স্ৰজিলে। চোৱাচোন! তিৰোতাৰ শৰীৰৰ গঠন কেনে নিপুন। হাত, ভৰি, কাণ, চকু, নাক, মুখ এই আটাইবোৰ ইন্দ্ৰিয়তে এটা মোহিনী শক্তি নিহিত আছে। তিৰোতাৰ পৰশত বা তিৰোতাৰ কোমল মাতত, তিৰোতাৰ

চকুৰ চাৱনীত মোহ নোযোৱা কোন পুৰুষ আছে। কিন্তু, প্ৰধানকৈ এই তিৰোতাইহে সকলো অনৰ্থৰ মূল, ইয়াকো জানি থবা। তিৰোতাৰ কাৰণেই ৰাৱণৰ সবংশে ধ্বংস, সুন্দ-উপ-সুন্দৰ ভ্ৰাতৃ স্নেহৰ শেষ পৰিণাম, এই মোহিনী নাৰী ৰূপেই অসুৰক অমৃতৰ পৰা বঞ্চিত কৰিলে। যি মোহিনী ৰূপত মহাযোগী মহাদেৱেও লাঞ্ছিত হবলগা হৈছিল এই মোহিনী-ৰূপেই মহিশাসুৰৰ মৃত্যুৰ কাৰণ। কীচককো এই মোহিনী মায়ায়েই প্ৰাণান্ত কৰিলে। জয়দ্ৰথৰ অপমান, খট্টাসুৰৰ মৃত্যু, পাণ্ডুৰ মৃত্যু এই এটাইবোৰতেই এই মোহিনী শক্তিয়েই প্ৰধান কাৰণ। এই মায়াক উপহাস কৰিবৰ ক্ষমতা নাই।

কিন্তু, যদি তিৰোতাই তোমাতকৈ আগতে তোমাৰ প্ৰতি বিতৃষ্ণা হয় তেতিয়া তোমাৰ মনৰ গতি কেনে হব। যি তিৰোতাক তুমি প্ৰাণতকৈও ভাল পাইছিলা যি তিৰোতাৰ মৰমত এদিন পমি গৈছিলা যদি সেই তিৰোতাই তোমাৰ অহিত চিন্তে বা যি তিৰোতাৰ ওপৰত তোমাৰ অগাঢ় বিশ্বাস আছিল, সেই তিৰোতাই যদি তোমাক এৰি আন পুৰুষ বাঞ্ছা কৰে তেতিয়া তোমাৰ অৱস্থা কি হব।

ধ্যায়তো বিষয়ান্ পুংসঃ সঙ্গস্তেষুপ জায়তে।
সঙ্গাৎ সংজায়তে কামঃ কামাৎ ক্ৰোধোহভিজায়তে।
ক্ৰোধস্তবতি সম্মোহঃ সম্মোহাৎ স্মৃতি বিভ্ৰমঃ।
স্মৃতি ভ্ৰংশাদ বুদ্ধিনাশো বুদ্ধিনাশৎ প্ৰণশ্যতি ॥

বিষয়কামী পুৰুষৰ বিষয়ৰ এটা আসক্তি ওপজে, আসক্তিৰ

পৰা কামনা জন্মে যদি এই কামনাই পূৰ্ণ নহয় তেতিয়া ক্ৰোধৰ জন্ম হয়, ক্ৰোধ উপজিলেই ভাল বেয়া ভাবিব নোৱাৰে, মোহ জন্মে। এই মোহ জন্মিলেই স্মৃতি ভ্ৰংশ হয় একো ভাবিব নোৱাৰে, স্মৃতি ভ্ৰংশ হলেই বুদ্ধি নাশ হয়। বুদ্ধি নাশ হলেই মনুষ্য মৰাৰ তুল্য হয়। অৰ্থাৎ জীৱন মৃত্যু অৱস্থাত দিন কটাবলগীয়া হয়গৈ। এতেকে তিৰোতাক ভালপোৱাটো তোমাৰ কৰ্ত্তব্য, তুমি ভালপোৱা তাৰ বাবে একো হানি নাই, কিন্তু, মোহ পৰিত্যাগ কৰা অৰ্থাৎ কিবা এটা পাবৰ বাবে আশা নকৰিবা। সেয়ে হলেই পৰিণামত অনুতাপ ভুগিব লাগিব।

শিষ্য :---প্ৰভু ! যদি সতী সাধ্বী তিৰোতাই পুৰুষৰ প্ৰতি অচলা ভক্তি ৰাখে তেনে তিৰোতাক নো কেনেকৈ ব্যৱহাৰ কৰিলে মায়া পাশে মেৰাব নোৱাৰে। ইয়াৰ যদি উপায় আছে দয়া কৰি দাসক বুজাই দি যেন কৃতাৰ্থ কৰে।

গুৰু :— বাপু ! তিৰোতাৰ স্বামীয়েই গুৰু, যদি কোনো সতী তিৰোতাই স্বামীৰ প্ৰতি অচলা ভক্তি কৰে তেনে তিৰোতাই নিজেও মুক্তিৰ ভাগী হয় স্বামীকো মুক্তি দিয়ে। তেনে তিৰোতাই পুৰুষক মায়া পাশেৰে নেবান্ধি বৰঞ্চ পাশৰ পৰা মুক্ত হে কৰি দিয়ে। স্বামীৰ প্ৰতি এনে অচলা ভক্তি থকাৰ বাৱেহে অৰুন্ধতীয়ে বশিষ্ঠৰ লগত স্বৰ্গতো স্থান পাইছে। সাপভ্ৰষ্ট হৈও চন্দ্ৰই ৰোহিণীৰ

সৈতে উত্তৰা-অভিমন্যু হৈ জন্মান্তৰতো স্বামী-স্ত্রী হবলৈ পাইছে। জন্মান্তৰত সেই চন্দ্র-ৰোহিণীয়েই বেহুলা-লক্ষীন্দৰ আছিল। সতীৰ মাহাত্ম্য বৰ ডাঙৰ। সতীত্বৰ বলতে সাৱিত্রীয়ে সত্যবানক যমৰ হাতৰ পৰাও কাঢ়ি আনিব পাৰিছিল।

কিন্তু, বাপু! মৃত্যুৰ কোনো নিৰ্দ্দিষ্ট নাই, স্বামী স্ত্রীৰ ভিতৰত কোন কেতিয়া মৰে তাৰ স্থিৰতা নাই। কিয়নো সৃষ্টি কৰ্ত্তাই আয়ু, কৰ্ম্ম, বিত, বিদ্যা আৰু মৃত্যু এই পাচোঁটা গৰ্ভতে নিৰ্দ্ধাৰণ কৰে। সেইদেখি তুমিয়েই তিৰোতাক ভালপোৱা বা তিৰোতায়ে তোমাক ভাল পাৱক, মৃত্যুৰ 'বাবে শোক কৰাটো অনুচিত। কিয়নো জন্মিলেই মৃত্যু আছে, মৃত্যুহলেই পুনৰ জন্ম গ্রহণ কৰিব লাগিব। কৰ্ম্মফল তোমাৰ লগত যাব ইয়াৰ অন্যথা নহয়। কৰ্ম্মফলৰ দ্বাৰাইহে সদ বা অসদ যোনিত জন্ম পাবা।

য এবং বেত্তি পুৰুষং প্ৰকৃতিঞ্চ গুণৈঃসহ।
সৰ্ব্বথা বৰ্ত্তমানো হ'পি ন স ভূয়োহভিজায়তে॥

কিন্তু. যি এইদৰে প্ৰকৃতিৰ বিকাৰাদি গুণেৰে সৈতে পুৰুষক জানে তেওঁ যি কোনো অৱস্থাতেই (বিধিলঙ্ঘণ কৰিয়ো) বৰ্ত্তমান থাকিলেও পুনৰ্জ্জন্ম লাভ নকৰে।

জাতস্য হি ধ্ৰুবো মৃত্যু ধ্ৰুবংজন্ম মৃতস্য চ।
তস্মাদ্ পৰিহাৰ্য্যেহৰ্থে নত্বং শোচিতুমৰ্হসি।

কিয়নো জন্ম ললেই মৰিব লাগিব মৰিলেও পূৰ্ব্ব-জন্মৰ কৰ্ম্মফল ভুগিবৰ বাবে জন্ম লব লাগিব। এতেকে যি হব হবই তাৰ বাবে তুমি শোক কৰাটো অনুচিত।

শিষ্যঃ— প্ৰভু, কৰ্ম্ম কৰিলেই যে কৰ্ম্মবন্ধৰ দ্বাৰা আকৃষ্ট হব লাগিব। কৰ্ম্মৰ দ্বাৰাই সদ অসদ যোনিত জন্ম লব লাগিব, তেনেহলে কৰ্ম্ম বন্ধ এৰাই মুক্তি পাবৰ কি উপায় আছে।

গুৰুঃ— বাপু, কৰ্ম্ম কৰিলেই কৰ্ম্ম ফল পাবাই তুমি ফল কামনা কৰিবই নেলাগে। যি ফল বাঞ্ছা কৰি কৰ্ম্মত প্ৰবৃত্ত হয় তেওঁ হে কৰ্ম্ম বন্ধত বান্ধ খাব লাগে। এতেকে কৰ্ম্মফল ত্যাগ কৰি কৰ্ম্ম কৰা, তেতিয়া কৰ্ম্ম বন্ধই তোমাক বান্ধিব নোৱাৰে।

যি ইন্দ্ৰিয় তৃপ্তিৰ অৰ্থে কাম কৰে তেওঁক হে কৰ্ম্ম বন্ধই বান্ধিব পাৰে যি আকৌ ইন্দ্ৰিয়ৰ প্ৰবৃত্তি বুলি অনাসক্তভাবে কাম কৰে তেওঁক কৰ্ম্ম বন্ধই নেবান্ধে। যেনেকৈ কচুপাতত থকা পানী কেতিয়াও কচুপাতত লাগি নাথাকে তেনেকৈ অনাসক্তভাৱে কৰ্ম্ম কৰিলেও কৰ্ম্ম বন্ধত লিপ্ত হব নেলাগে। কৰ্ম্মবন্ধই বান্ধিব নোৱাৰিলেই জীৱৰ মুক্তি।

শিষ্যঃ— প্ৰভু! পুৰুষে শাস্ত্ৰ আৰু গুৰুৰ অনুগ্ৰহত মুক্তি পাব,

কিন্তু, তিৰোতা জাতি সদায় পৰাধীনা, তেনেস্থলত তেওঁ- লোকেনো কি উপায়েৰে মুক্তি পাব পাৰিব।

গুৰুঃ— বাপু! পূৰ্ব্বেই কৈ আহিছোঁ। তিৰোতাৰ স্বামীয়েই গুৰু। তিৰোতাই স্বামীৰ প্ৰতি অচলা ভক্তি ৰাখিলেই তেওঁ- লোকৰ মুক্তি। কিয়নো পুৰুষে যেনেকৈ মুক্তি কামনা কৰি সূৰ্য্যক আৰাধি সূৰ্য্যলোক, চন্দ্ৰক আৰাধি চন্দ্ৰ- লোক পায়। সেইদৰে তিৰোতাই পতিক আৰাধনা কৰা ৰাবে পতিলোক পাব।

অন্তবত্তু ফলং তেষাং তদ্ভবত্যল্প মেধসাম্।
দেবান্ দেবযজো যান্তি মদ্ভক্তা যান্তিমামপি॥

অৰ্থাৎ দেবতাদিক আৰাধনা কৰি দেৱলোক প্ৰাপ্ত হয়। দেৱতাক আৰাধনা কৰিবৰ ৰাবে লোকে সেই সেই দেৱতাৰ প্ৰতিমূৰ্ত্তি সাজি আৰাধনা কৰে, সাজি লোৱা মূৰ্ত্তি শিলৰেই হক বা সোণৰেই হক, বিধি ব্যৱস্থা অনুসৰি পূজিলেহে ফল পাবা। কিন্তু তিৰো- তাৰ স্বামী প্ৰতক্ষ দেৱতা তেনেস্থলত তিৰোতাই হাতে হাতে পোৱা দেৱতাক স্তুতি, জপ, পূজা, অৰ্চ্চনা, ভক্তি সহকাৰে কৰিবলৈ কোনো বাধা নাই, তেনেস্থলত তেওঁ- লোকৰ প্ৰতি আৰু কোনো বেলেগ ব্যৱস্থাৰ আৱশ্যক নকৰে।

শিষ্যঃ—প্ৰভু! স্বামী যে তিৰোতাৰ প্ৰতক্ষ দেৱতা ই সঁচা, তথাপিও যে স্ত্ৰী পুৰুষৰ মতানৈক ঘটি অনেক ক্ষেত্ৰত জীৱনৰ অশান্তি ভুগিবলগীয়া হয়, ইয়াৰ নো কাৰণ কি?

গুৰুঃ—বাপু! কি স্ত্ৰী, কি পুৰুষ সকলোৱেই প্ৰকৃতি জাত। প্ৰকৃতিৰ দ্বাৰাই কৰ্ম্মফলও প্ৰাপ্ত হয়। কৰ্ম্মফলৰ দ্বাৰাই সুখ দুঃখও ভুগিবলগা হয়। এই শৰীৰ এখন ক্ষুদ্ৰ ব্ৰহ্মাণ্ড। এই ক্ষুদ্ৰ ব্ৰহ্মাণ্ডৰ লগত বৃহৎ ব্ৰহ্মাণ্ডৰ সৈতে ওচৰ সম্পৰ্ক। বৃহৎ ব্ৰহ্মাণ্ডত গ্ৰহনক্ষত্ৰবিলাক যেনেকৈ উদয় অস্ত হয় সেইদৰে এই ক্ষুদ্ৰ ব্ৰহ্মাণ্ডতো সেই সেই গ্ৰহনক্ষত্ৰবিলাকৰ উদয় অস্ত হয়। জীৱৰ গৰ্ভতে আয়ু, কৰ্ম্ম, বিত্ত, বিদ্যা ও মৰণ এই পাঁচোটা নিৰ্ণয় হয়। ভূমিষ্ঠ হোৱা মাত্ৰকে আকৌ তনু, ধন, ভ্ৰাতৃ, বন্ধু, পুত্ৰ, শত্ৰু কলত্ৰ, মৰণ, ধৰ্ম্ম, কৰ্ম্ম আয়, ব্যয় এই বাৰটা ফল নিহিত হয়। এই ফলা-ফলৰ দ্বাৰাই পুত্ৰ-বিচ্ছেদ, স্ত্ৰী-বিচ্ছেদ, স্ত্ৰী-বিয়োগ ইত্যাদি ফলাফলবিলাক প্ৰাপ্ত হয়। এই ফলাফলবোৰ সেই সেই গ্ৰহনক্ষত্ৰবিলাকৰ বলাবল অনুসৰি প্ৰাণী মাত্ৰেই ভুগিবলৈ পায়।

অৰ্থাৎ এই সংসাৰখনেই সকলো অনৰ্থৰ মূল। সংসাৰত বহু মতাৱলম্বী লোক পাবা কাৰো মতকেই তৰ্কৰ দ্বাৰা খণ্ডাবৰ উপায় নাই। মনেই সকলোৰে মূল। এই মনকেই সতন্ত্ৰ কৰিব পাৰিলেই জীৱনত শান্তি পাবা নতুবা অশান্তিতেই জীৱন কটাব লাগিব। সৎসঙ্গ ও বিবেকৰ দ্বাৰাই মুক্তি পাবা। অসৎ সঙ্গ ও অজ্ঞতাৰ দ্বাৰাই অধোগতি হবা। যাৰ গুৰুৰ উপদেশৰ প্ৰতি শ্ৰদ্ধা আছে,

আৰু যাৰ ইন্দ্ৰিয়বিলাক সংযত তেওঁহে জ্ঞান প্ৰাপ্ত হয়। জ্ঞান প্ৰাপ্ত হলেই শান্তি পাবা, শান্তি পালেই অচিৰতে মুক্তিও পাবা। এই নিমিত্তে সৎসঙ্গ আৰু শাস্ত্ৰালাপৰ দ্বাৰা পাপ মলি ধুই পৰিষ্কাৰ হৈ থাকিবলৈ যত্ন কৰিবা।

শ্ৰদ্ধাবান লভতে জ্ঞানং তৎপৰঃ সংযতেন্দ্ৰিয়ঃ।
জ্ঞানং লব্ধা পৰাং শান্তি মচিৰেণাধিগচ্ছতি ॥

শ্ৰদ্ধা নহলে জ্ঞান লাভ কৰিব নোৱাৰা; জ্ঞান প্ৰাপ্ত নহলে শান্তিও নোপোৱা।

শিষ্যঃ—প্ৰভু! এই দেহা বিনাশী, এই দেহাৰ বিনাশ হোৱা মাত্ৰেই পঞ্চভূত পঞ্চভূতত মিলি যাব, পাপ বা পূণ্য ভুগিবলৈ কোন উত্তৰাধিকাৰী থাকিব।

গুৰুঃ—দেহাৰ বিনাশ হোৱা মাত্ৰেই পঞ্চভূত পঞ্চভূতত মিলি যায় সঁচা, কিন্তু, দেহাদি পঞ্চভূতৰ পৰিচালক প্ৰধানকৈ মনেই। যদি এই মনে বিকাৰযুক্ত ইন্দ্ৰিয়ৰ বশবৰ্ত্তী হয় তেতিয়া হলে মনৰ ইচ্ছা মতে পুনৰ জন্ম লব লাগিব। যেনেকৈ শব্দবোৰ মুখৰ পৰা ওলায়েই আকাশ মাৰ্গত বিলীন হয়, কিন্তু আৱশ্যক থকা বাবে যন্ত্ৰৰ যোগে ৰেকৰ্ডত আবদ্ধ কৰি গ্ৰামোফনৰ সহায়েৰে বা ৰেডিঅ' যন্ত্ৰৰ সহায়ত দেশে-বিদেশে প্ৰচাৰ কৰে, সেইদৰে মনৰ আসক্তি থকা বাবে জীৱই পুনৰ্জন্ম গ্ৰহণ কৰি পূৰ্ব্বৰ কল্পিত বাসনা অনুসৰি সুখ-দুঃখ ভুগিব

লাগিব। পুনৰ্জ্জন্মৰ প্ৰধান কাৰণ হৈছে মনেই হে।

যং যং বাপি স্মৰণ্ ভাবং ত্যজত্যন্তে কলেবৰম্।
তং তমেবৈতি কৌন্তেয়ঃ সদাতদ্ভাৱ ভাবিতঃ॥

গীতাত শ্ৰীভগবানে কৈছে হে অৰ্জ্জুন, মৃত্যুৰ সময়ত জীৱই যিভাবকে ভাবি মৃত্যু হয়, সদায় সেই ভাবতে চিত-মগ্ন থকাৰ বাবে সি সেই ভাবকেই প্ৰাপ্ত হয়। এই নিমিত্তে মনুষ্য মাত্ৰেই অভ্যাসৰ দাৰা এই মায়া-পাশক ছেদ কৰিবলৈ যতন লাগে। অভ্যাস নেথাকিলে কোনো কামেই কৰিবলৈ সহজ নহয়। সেই দেখি সদ গুৰু সৎসঙ্গত থাকি সৎচৰিত্ৰ আৰ্জ্জন কৰি মুক্তিৰ পথ সহজ কৰা।

বাপু! তুমি তোমাৰ নিজৰ নিমিত্তে বা আত্মপৰি-য়ালৰ বাবে যি কাম কৰা সেই কামতেই কৰ্ম্ম বন্ধে মেৰাই ধৰিব। যদি সমাজ ও দেশৰ হিতৰ অৰ্থে কোনো কাম কৰা তাত তোমাৰ কোনো নিজা স্বাৰ্থ নথকা বাবে কৰ্ম্ম বন্ধই তোমাক নেপায়। কিয়নো যদি কিবা ফল পাব লাগে সমাজেহে বা দেশবাসীয়ে হে পাব। তাত তোমাৰ সুকীয়া স্বাৰ্থ নাই। এইদৰে লৰা-তিৰোতাৰ বাবে কৰা কামতো তোমাৰ স্বাৰ্থ জৰীত নকৰিবা, তেতিয়াহে তোমাক মায়াই একো কৰিব নোৱাৰে। কিন্তু, বাপু!

মৃত্যুৱে কালৈকো বাট নেচায়। সময়ৰ কাম সময়ত কৰি যাব নোৱাৰিলে অনুতাপ ভুগিব লাগিব। মনুষ্যৰ শৰীৰ ঘাইকৈ তিনি ভাগত ভগাব পাৰি,—লৰা, ডেকা আৰু আদহীয়া। বুঢ়া হলে একোকেই কৰিব নোৱাৰা।

প্ৰথমে নাৰ্জ্জিতো বিদ্যা দ্বিতীয়ে নাৰ্জ্জিতো ধন।
তৃতীয়ে নাৰ্জ্জিতো পুণ্য চতুৰ্থে কিংকৰিষ্যতি ॥

লৰাকালতে বিদ্যা নাৰ্জ্জিলে, ডেকা কালত ধন ঘটিব নোৱাৰিলে, তৃতীয় বয়সত পুণ্য কৰিব নোৱাৰিলে বুঢ়া হলে কাহে-কফে, খিষে-কোপে কি কৰিব পাৰিবা, সেই বাবে সময়ৰ কাম সময়মতে কৰি যোৱা তেতিয়াহে জীৱনত শান্তি পাবা। যদি তাকে নকৰি বুঢ়াকালত পৰৰ মুখাপেক্ষী হবলগীয়া হয় তেতিয়া আৰু জীৱনৰ শান্তি নেথাকে, শান্তি নেথাকিলেই মুক্তিও নাই।

বাপু! যদি মুক্তিৰ ইচ্ছা আছে তেন্তে জগতৰ উপকাৰ কৰা, যদি কৰিব নোৱাৰা তেন্তে অপকাৰ নকৰিবা, নাইবা উপকাৰ অপকাৰ একোকে নকৰি বহি থোৱা, সেয়ে হলেই জগতত তোমাৰ একো কৰিবলগীয়া কাম নাই। কাম নকৰিলেই কৰ্ম্ম বন্ধই বান্ধিব নোৱাৰে। কিন্তু

কৰ্ম্মৰ দ্বাৰাই যেতিয়া প্ৰাণীৰ জন্ম, কাজেই কাম কৰিব লাগিবই। যদি জীৱনমুক্ত হব খোজা তেন্তে লৰা-তিৰোতাক চলিব পৰাকৈ কোনো উপায় কৰি নিশ্চিন্ত হবলৈ যত্ন কৰা, সেয়ে হলেই তুমি জীৱনমুক্ত অৱস্থাত দিন কটাব পাৰিবা।




